# অভিমন্যু-বধ কাব্য

(প্ৰথম খণ্ড)

ৰমাকান্ত চৌধুৰী

সম্পাদনা
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

১৯৭১
জোনাকী প্ৰকাশ
গুৱাহাটী, অসম

**Abhimanyu-Vadha Kavya** ( Part I ) by the late Ramakanta Choudhuri, New eddition published by Messers. Jonaki Prakash, Gauhati, with the financial aid of the Publication Board, Assam, Gauhati

প্ৰকাশক :
জোনাকী প্ৰকাশ : গুৱাহাটী
প্ৰকাশন পৰিষদৰ
আৰ্থিক সাহায্যত

প্ৰথম প্ৰকাশ :
ইং ১৮৭৫ চন ( ১৭৯৭ শক )
দ্বিতীয় প্ৰকাশ :
ইং ১৯৭১ চন

**মূল্য : চাৰি টকা**

ছপা কৰোঁতা :
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট
কলিকতা-৬

প্ৰথম তাঙৰণৰ অনুলিপি ঃ

# অভিমন্যু-বধ কাব্য

( প্ৰথম খণ্ড )

ৰচক

শ্ৰীৰমাকান্ত চৌধুৰী

গোৱালপাৰা

হিতসাধিনী যন্ত্ৰে শ্ৰীবদ্ৰুনাথ ভট্টাচাৰ্য্য কৰ্ত্তৃক

মুদ্ৰিত

শকাব্দা ১৭৯৭

# ভূমিকা

হে ভাগতিসকল !

আজিকালি আমাৰ মৰমৰ মাতৃভাষা যেনেকুয়া দশাত আছে তাৰ পৰা ভাল পুথি ৰচিবৰ আশা কৰা কেৱল পৰ্ব্বতত কাচ কণি বিচৰা মাথোন। গছজোপাৰ ঠাল শকত নহলে আৰু সাৰ ফুটাৰ আগৈয়ে আমি তাৰ পৰা সজ গুটি পাবৰ মিচা ভৰসা কৰিলে নিচেইকৈ বঞ্চিত হুম। আৰু ভাল মলিয়া হলে বেয়া ফুলৰ পৰাও চিকন চাকি গাঁথিব পাৰে বুলি যদিও সাধুকথা আছে কিন্তু কপালগুণে ময় এজন নশিকাৰু মলিয়া। মুঠে ছা-পুতলা নচুয়াৰ দৰে এই পুথিখনি মৰসাহেৰে আপোনালোকৰ আগলৈ উলিয়াইছোঁ। বাউনায় জোনলৈ হাত মেলা বুলি মোক ঘিন নকৰি আজৰি সময়ত ধেমালি-কথা শুনাৰ দৰে এই পুথিখন আপোনাসকলে পঢ়ি চালে দুঃখৰ সাৰ্থক হুব।

সন্তোষেৰে জনাইছোঁ যে শ্ৰীযুক্ত প্ৰিয়লাল বড়ুয়াই পুথিখন এবাৰ আদিৰে পৰা অন্তলৈকে পঢ়ি চাই শুধ কৰি দিছে।

গোয়ালপাৰা
তাং ১২ জ্যেষ্ঠ
শকাব্দ ১৭৯৭

শ্ৰীৰমাকান্ত চৌধুৰী

# জোৰণি

'অভিমন্যু বধ' আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম অসমীয়া কাব্য। এইটো উল্লেখযোগ্য যে এই কাব্য ৰচয়িতা ৰমাকান্তৰ জন্ম হৈছিল ইংৰাজী ১৮৪৬ চনত, যি চনত শিৱসাগৰৰ মিছনাৰীসকলে 'অৰুণোদই' কাকত উলিয়াই অসমীয়া ভাষা-সাহিত্যত নতুন যুগৰ পাতনি মেলিছিল। কবিৰ দেউতাক নলবাৰীৰ লক্ষ্মীকান্ত চৌধাৰী। কবিয়ে যি সময়ত জন্ম লৈছিল, সেই সময়ত ঘৰে-বাহিৰে বঙলা ভাষা, বঙলা সাহিত্য আৰু বঙলা গান-বাজনাৰ পূৰ্ণ পয়োভৰ তেওঁ দেখা পাইছিল। তেওঁ স্কুলত বঙলাৰে শিক্ষা লাভ কৰিছিল আৰু তেওঁৰ পৰিয়ালৰ ভিতৰত সৰ্ব্বপ্ৰথমে এফ্-এ মহলাত উঠিছিল। এয়া হ'ল যোৱা শতিকাৰ সপ্তম দশকৰ মাজভাগত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ লগতে কলেজৰ শ্ৰেণী থকাৰ সময়ৰ কথা। ৰমাকান্তৰ চাকৰিয়াল জীৱনৰ বেছি ভাগ কাল অতিবাহিত হৈছিল গোৱালপাৰা জিলাত, যিখন ঠাই বঙলা ভাষা-সাহিত্যই টেটুৰ গুৰিলৈকে গিলি থৈছিল। সেই কালত অসমীয়া মানুহৰ প্ৰাচীন যুগৰ অসমীয়া সাহিত্যৰ লগত যোগসূত্ৰ সোলোক-ঢোলোক হৈছিল আৰু 'অৰুণোদই'ৰ পোহৰত সৃষ্টি হোৱা নতুন যুগৰ সাহিত্যও ভালদৰে গঢ় লৈ উঠা নাছিল। ৰমাকান্তই কাব্য লিখিছিল, নাটক লিখিছিল সঁচা, পিছে সেইবোৰ লিখিবলৈ তেওঁৰ আগত ভাল আৰ্হি নাছিল। তেওঁৰ সহযোগী সাহিত্যিক-শিল্পীসকলৰ নিচিনাকৈ তেৰোঁ নিজেই নিজৰ সাহিত্য-পৰিকল্পনাৰ বাটকটীয়া হৈ কাপ হাতত তুলিবলগীয়া হৈছিল।

দুখৰ বিষয় ১৮৮৯ চনত কবিৰ অকাল মৃত্যু হোৱাত তেওঁৰ সাহিত্যিক অৱিহণাৰ চিনচাব নাইকিয়া হবৰ উপক্ৰম হৈছিল। আমাৰ মোমাইদেউ ৺শ্ৰীকান্ত চৌধাৰীয়ে দেউতাকৰ ছপা কিতাপ দুখন উদ্ধাৰৰ বাবে বহুতৰ লগত লিখালিখি কৰিছিল আৰু তেতিয়াৰ বাতৰি-কাকতত জাননীও দিছিল। কাৰো পৰা বিশেষ সঁহাৰি পোৱা নগ'ল যদিও হৰিনাথ বেজবৰুৱাই ভি-পি কৰি পঠোৱা এখন 'অভিমন্যু বধ' তেওঁ ছটকা ভৰি লাভ কৰিবলৈ সমৰ্থ হৈছিল। সেয়ে আমাৰ হাতত থকা একমাত্ৰ সমল।

অৱশ্যে পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত 'অসমীয়া সাহিত্যৰ চানেকী' গ্ৰন্থত অভিমন্যু-বধৰ প্ৰথম সৰ্গটো অন্তৰ্ভুক্ত হোৱাত সেইছোৱা সহজে দেখা পোৱাতে আছে। লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই লিখি জনাইছিল বোলে তেওঁৰ পুথিভঁৰালত ৰমাকান্ত চৌধাৰীৰ 'সীতাহৰণ' আৰু 'অভিমন্যু বধ' দুয়োখন পুথিয়েই আছিল আৰু তেওঁৰ পুথিভঁৰালটো হাওৰাৰ পৰা সম্বলপুৰলৈ স্থানান্তৰ কৰিব লগা হোৱাত কেনেবাকৈ পুথি দুখন হেৰাল। ৰমাকান্ত যে কেৱল এই যুগৰ প্ৰথম অসমীয়া কাব্য 'অভিমন্যু-বধ'ৰেই কবি তেনে নহয়। এই যুগৰ প্ৰথম অসমীয়া পৌৰাণিক নাটক 'সীতাহৰণ'ৰো তেৱেঁই নাট্যকাৰ আছিল। তেওঁ গুৱাহাটীৰ মঞ্চ-আন্দোলনৰ জন্ম-কালতেই তাৰ এজন গুৰি-ধৰোঁতাও আছিল। 'সীতাহৰণ' আৰু 'ৰাৱণ বধ'— দুয়োখন নাটেই গুৱাহাটীত আৰু গুৱাহাটীৰ বাহিৰৰ আন আন ঠাইৰ নাটশালতো কেবাবাৰো অভিনীত হৈছিল। দুখৰ বিষয় 'সীতাহৰণ' ছপা হৈছিল যদিও পিছত পাবলৈ নাইকিয়া হ'ল। 'ৰাৱণ বধে' ছপাৰ পোহৰ দেখা নেপালেই। সম্ভৱতঃ যোৱা শতিকাৰ অষ্টম দশকত এই নাট দুখন ৰচিত আৰু অভিনীত হৈছিল। 'সীতাহৰণ' নাট সম্পৰ্কে ডঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মাই তেওঁৰ 'অসমীয়া নাট্য-সাহিত্য' গ্ৰন্থৰ এঠাইত লিখিছে—"১৯০৯ চনৰ দুৰ্গানাথ খাউণ্ডৰ দ্বাৰা সংগৃহীত—'সীতাহৰণ' নাটখনো অমিত্ৰাক্ষৰ ছন্দত ৰচিত আৰু মাইকেল মধুসূদন দত্তৰ প্ৰভাৱযুক্ত। ৰমাকান্তৰ 'সীতাহৰণ' নাট আৰু খাউণ্ডৰ সংগৃহীত নাট একেখনেই বুলি সন্দেহ হয়।" ডঃ শ্ৰীশৰ্ম্মাৰ এই অনুমান আমি সমৰ্থনযোগ্য বুলি ভাবোঁ।

১৮৭৫ চনত (১৭৯৭ শক) 'অভিমন্যু-বধ' কাব্য ছপা হৈ ওলাইছিল। এই 'অভিমন্যু-বধ' কাব্য প্ৰকাশৰ বহু পিছত অৰ্থাৎ ১৯০২ চনত (১৮২৪ শক) ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য এজেন্সিৰ শিৱনাথ ভট্টাচাৰ্য্যই ৺ভোলানাথ দাস ৰচিত 'সীতাহৰণ' কাব্যৰ প্ৰথম তাণ্ডৱণ ছপাই উলিয়াইছিল। অৱশ্যে দাস ডাঙৰীয়াই তেওঁৰ ছাত্ৰ অৱস্থাতেই ১৮৭৮ চন মানৰ পৰা এই কাব্য লিখিবলৈ আৰম্ভ কৰিছিল আৰু ইয়াৰ কেইপাতমান তেতিয়াৰ 'আসাম-বিলাসিনী' কাকতত ছপাও হৈছিল। অভিমন্যু-বধ কাব্যৰ ছন্দ অমিত্ৰাক্ষৰ। মাইকেলৰ প্ৰবৰ্ত্তিত বঙলা অমিত্ৰাক্ষৰ ছন্দকে কবিয়ে আৰ্হি স্বৰূপে লৈছিল। ডঃ শ্ৰীমহেশ্বৰ

সেয়েহে তেওঁৰ 'সাহিত্যৰ ৰূপৰেখা'ত লিখিছে—"এওঁৰ প্ৰথম কীৰ্তি বঙ্গৰ মাইকেল মধুসূদন দত্তই মিল্টনৰ ব্লেঙ্কভাৰ্চৰ আৰ্হিত প্ৰবৰ্তন কৰা ভাৰতীয় ভাষাৰ উপযোগী অমিত্ৰাক্ষৰ ছন্দ অসমলৈ আদৰি অনাত। এই নব্য প্ৰয়োগে অসমীয়া কাব্য-ভাৰতীৰ চৰণৰ জিঞ্জিৰী ছিঙিবৰ এটি উপায় নিৰ্দ্দেশ কৰিলে আৰু সেই উপায় অবলম্বনৰ এটি ভাল আৰ্হিও দাঙি ধৰিলে।" ভাব-ভাষাৰ বিষয়ত হলে 'অভিমন্যু-বধ'ৰ কবিয়ে ভোলানাথৰ 'সীতাহৰণ কাব্য'ৰ দৰে 'অভিমন্যু-বধ'ক সম্পূৰ্ণ মাইকেলি ঠাচত ঢালিবলৈ চেষ্টা কৰা নাছিল। ইয়াৰ ভাষা সংস্কৃতীয়া নহৈ ঘৰুৱা অসমীয়া হৈছে। কামৰূপৰ কথ্যভাষাৰ শব্দও কবিয়ে অ'ত ত'ত ব্যৱহাৰ কৰিছে। ছন্দ সকলো ঠাইতে নিমজ নহয়, তথাপি সাধাৰণভাৱে কাব্যখনিৰ ছন্দৰ গতি সাৱলীল। 'সীতাহৰণ' কাব্যতকৈ ইয়াৰ পিছৰ যুগৰ হিতেশ্বৰ বৰবৰুৱা ৰচিত 'কমতাপুৰ ধ্বংস', 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' আদি কাব্যৰ লগত 'অভিমন্যু-বধ'ৰ ভাব-ভাষাৰ বিষয়ত অধিক সাদৃশ্য পৰিলক্ষিত হয়। প্ৰাচীন অসমীয়া কাব্যৰ ব্যাকৰণ আৰু ৰীতিও ঠায়ে ঠায়ে চকুত পৰে। উপমা অলঙ্কাৰ আদিৰ বিষয়ত কাব্যখনি 'সীতাহৰণ'ৰ সমান চহকী নহয়। তথাপি কবিৰ ভাষা যে একেবাৰে উপমা অলঙ্কাৰ বৰ্জ্জিত হৈছে তেনেও নহয়। নামধাতুৰ ব্যৱহাৰো লক্ষ্য কৰিবলগীয়া। সকলো ঠাইতে উপযুক্ত শব্দৰ প্ৰয়োগ দেখা নাযায় যদিও কবিৰ ৰচনা আজিকালিৰ পটভূমিত পেলাই নিৰীক্ষণ কৰিলে তেওঁৰ প্ৰতি অবিচাৰ কৰা হব। কাব্যৰ প্ৰথম সৰ্গত করুণ ৰস, দ্বিতীয় সৰ্গত বীৰ ৰস আৰু তৃতীয় সৰ্গত আদি ৰসে প্ৰাধান্য লাভ কৰিছে।

অভিমন্যু-বধ কাব্যৰ ভিতৰ-চ'ৰাত সোমালে প্ৰথমে আমাৰ চকুত পৰে কবিয়ে চমু কথাৰে লিখা ভূমিকাখনিলৈ। সেই ভূমিকা পঢ়ি তেতিয়াৰ দিনৰ সাহিত্যিক পৰিবেশ আৰু লিখকৰ গদ্য-ভাষাৰ উমান পোৱা যায়। অভিমন্যু-বধ কাব্য ছপা হোৱাৰ সময়ত কবি গোৱাল-পাৰাত আছিল আৰু তাৰ হিতসাধিনী যন্ত্ৰত যদুনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা পুথিখন মুদ্ৰিত হৈছিল। ভূমিকা উল্লেখ কৰা প্ৰিয়লাল বৰুৱা (কাকতী) হৈছে ১৮৫৭ সালৰ অন্যতম ৰাজবন্দী দুতিৰাম বৰুৱা বৰভাণ্ডাৰৰ বৰপুতেক আৰু বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ বৰদেউতাক। এওঁ অসমৰ স্কুলসমূহৰ প্ৰথম অসমীয়া ডেপুটী ইন্সপেক্টৰ। তেওঁ

ৰমাকান্তৰ লগত একে সময়তে গোৱালপাৰা জিলাত কাম কৰিছিল। বঙালী ছপাশালত অসমীয়া আখৰৰ অভাৱৰ বাবেই হবলা এই পুথিত অসমীয়া 'ৰ'ৰ পৰিবৰ্ত্তে বঙালী 'র' আৰু 'ৱ'ৰ সলনি 'য়' ব্যৱহাৰ কৰা হৈছিল। আখৰজোটনিত ছপাৰ ভুলো অনেক দেখা যায়। এই প্ৰথম খণ্ডত মুঠ ৯৬ পিঠিত ( ডিমাই আকাৰৰ ) তিনিটা সৰ্গ আছে। প্ৰথমটোক অভিশাপ সৰ্গ, দ্বিতীয়টোক বলহাৰী সৰ্গ আৰু তৃতীয়টোক মিলন সৰ্গ আখ্যা দিয়া হৈছে। ইয়াৰ পিছত আৰু কোনো খণ্ড ওলাইছিল নে নাই জনা নেযায়। বোধকৰোঁ লিখা হৈছিল যদিও কবিৰ অকাল মৃত্যুৰ বাবে সি ছপাৰ পোহৰ দেখা নেপালে। আমাৰ হাতত পৰা কাব্যৰ প্ৰথম খণ্ডটোক 'অভিমন্যু-বধ' নুবুলি 'অভিমন্যু-বধৰ পটভূমি' বুলি কলেহে বজিতা খায় কিয়নো ইয়াত অভিমন্যু-বধৰ কথা নাই। তাৰ আগদিনাৰ আৰু ৰাতিৰ কাহিনীহে বৰ্ণিত হৈছে। সেয়ে হলেও এই পুথিৰ পৰাই কবিৰ কল্পিত সমগ্ৰ কাব্যখনিৰ মূল বিষয়বস্তুৰ থুলমূল আভাস এটা আৰু ৰমাকান্তৰ কবিপ্ৰতিভাৰ চিনাকি আৰু চানেকী পোৱা যায়।

আন কাব্যৰ দৰে কবিয়ে আৰম্ভণিতে বাগ্‌দেৱী-বন্দনা নাইবা নিজৰ অক্ষমতাৰ বিষয়ে বকলা নেমেলি পোনে পোনেই কাহিনীৰ বিষয়বস্তুৰ ওচৰ চাপিছে। এইদৰে ভীষ্ম-বধৰ কৰুণ আৰু নিৰ্ম্মম কাহিনীৰে কাব্যৰ পাতনি মেলা হৈছে। শৰশয্যাত ভীষ্মদেৱ, পাণ্ডৱ-শিবিৰ আৰু কৌৰৱ-শিবিৰত ভীষ্ম-বধৰ প্ৰতিক্ৰিয়া এই সৰ্গত কবিয়ে প্ৰাঞ্জল ভাষাৰে বৰ্ণনা কৰিছে। কৌৰৱ আৰু পাণ্ডৱপক্ষৰ বীৰসকলৰ মন কেনেদৰে শোকাচ্ছন্ন হৈছিল আৰু কেনেদৰে ভীষ্ম-বধৰ পোটক তোলা ভাৱৰ হেন্দোলনি উঠিছিল, তাৰো বিতং বিৱৰণ আছে। শেষৰ ফালে নাৰদ মুনিয়ে গৈ পুত্ৰ ভীষ্মদেৱৰ অৰ্জ্জুনৰ হাতত নিধন হোৱাৰ বতৰা দিয়াত শোকাতুৰা মাতৃ জাহ্নবী দেৱীয়ে ইনাইবিনাই কান্দি পাণ্ডৱক অভিশাপ দিছে এইদৰে—

"*　　*　　*　　অৱশেষে সতী  
যেন সিন্ধু মুনি বধে সিন্ধুৰ জননী  
হাত তুলি দিলা শাপ সজল নয়নে  
যি তাপ দিলিহি তই পাণ্ডুৰ নন্দন  
ৰথী ইন্দ্ৰ পাৰ্থবীৰ, হৰি পুত্ৰ ধন

মোৰ, হকুন্নাই তই তোৰ গুণাধিক
চকুৰ পোহৰ মণি সমৰ মাজত
পাইবি বিষম শোক, লোতক আমাৰ
দুই একপাট শৰ বধিব সমৰে
তোক দুৰাচাৰী এবে। * * *"

ইয়াত কবিয়ে চকুৰ পোহৰ মণি মানে অভিমন্যুকে বুজাইছে। গঙ্গা-দেৱীয়ে এই অভিশাপৰ কাৰণেই সৰ্গটোৰ নামো 'অভিশাপ সৰ্গ' হৈছে।

দ্বিতীয় সৰ্গত ৰজা দুৰ্য্যোধনে সেনাপতি ভীষ্মদেৱৰ নিধন হোৱাত কৌৰৱ বীৰসকলৰ আগত নিৰাশাৰ ভাৱ প্ৰকাশ কৰা দেখি এজন এজনকৈ বীৰসকলে যুদ্ধ-জয়ৰ উজ্জ্বল ছবি আঁকি তেওঁৰ মনত সাহস আৰু প্ৰেৰণা যোগাইছে।

সভাভঙ্গ হোৱাত কৌৰৱসকল দিহাদিহি গ'ল। কেৱল দুৰ্য্যোধনৰ ইঙ্গিতত কৰ্ণ বীৰ ওচৰ চাপি আহিল। দ্ৰোণক সেনাপতি বৰণ কৰাত তেওঁ মনে মনে বেজাৰ পাইছিল। দুৰ্য্যোধনে তেওঁক প্ৰবোধ দি কলে—"প্ৰিয় বন্ধু! প্ৰিয় সখা! মই তোমাক মনৰ আচল কথা কওঁ শুনা। দ্ৰোণে সেনাপতি হৈ পাৰিলে পাণ্ডৱক মাৰক, নহলে তেৱোঁ পাণ্ডৱৰ হাতত ভীষ্মৰ নিচিনাকৈ মৰক। তাৰ পৰা মোৰ হানি-বিঘিনি একো নহয়। তুমি মোৰ গুণমণি প্ৰাণসখি জীয়াই থাকিলে তোমাৰ সহায়ত মই ৰাজত্ব সুখ-ভোগ কৰিম।" এইদৰে মৌসনা কথা পাতি পাতি দুয়ো শিবিৰ পালেগৈ।

সেই সময়তে কটকীয়ে দ্ৰোণাচাৰ্য্যৰ আগত ৰাজচ'ৰাৰ মন্ত্ৰণাৰ বতৰা দিছিল। আচাৰ্য্যই হৰষিত হৈ—

"কৰিলা শপত বীৰে ধৰিব ৰণত
দিব দুৰ্য্যোধনক আনি ৰাজা যুধিষ্ঠিৰ।"

দ্ৰোণাচাৰ্য্য কৌৰৱ পক্ষৰ সেনাপতি হোৱা বতৰা পাই সিফালেদি পাণ্ডৱ শিবিৰত ত্ৰাসৰ সঞ্চাৰ হ'ল। ধৰ্ম্মৰাজ যুধিষ্ঠিৰে ভয়ত আকুল হৈ পাণ্ডৱ বীৰসকলৰ এখনি জৰুৰী সভা আহ্বান কৰিলে। সকলোটি পাণ্ডৱপক্ষীয় বীৰ চাপিকুঁচি আহিল। প্ৰথমতে যুধিষ্ঠিৰেই বিৰস বদনেৰে কবলৈ ধৰিলে—

"শুনা কৃষ্ণ ধনঞ্জয় আমাৰ ভৰসা
দ্ৰোণ সম বীৰ নাই জগত ভিতৰ।

আপোন প্ৰতাপে সিটো সৰ্ব্বত্ৰ জানিত
অগ্ৰগণী বুদ্ধি বলে, পাৰয় নাশিবে
একৰথে সপ্তদ্বীপ, আৰু দেখা যত
উভয় কুলৰ বীৰ অৰ্জ্জুনকে আদি
সবাকে শিকালে অস্ত্ৰ। শিক্ষাগুৰু দ্ৰোণ
মহাৰথী বিচক্ষণ ৰণত পাৰ্গত
বিপক্ষ কুলৰ শূৰ। এতেকতে কৃষ্ণ
কালি যদি ৰুষি বীৰে ধৰে ধনুশৰ
ৰাখিবলৈ নিজ কথা পালিব শপত
ছাৰখাৰ হুব জানা পাণ্ডৱ বাহিনী
যেন তৃণকুটা দাম পচোৱা বতাহে
হুব চিনভিন। মই জানো দ্ৰোণৰ শপত
যেন আকাশৰ বাণী কিবা ঋষিশাপ
কেতিয়াও নাই ব্যৰ্থ ফলিব কালি।”

এনে নিৰাশব্যঞ্জক কাপুৰুষালিৰ বাণী শুনি গদাবীৰ ভীমে গৰজি উঠি কলে—

“কি ভয় দ্ৰোণলৈ দাদা, নাজানা কি তুমি,
হতবুদ্ধি মতিচ্ছন্ন, হত বাহুবল
বিকাৰ পাইয়া আজি কৰে হেন ৰোল।
গদা ধৰি বাহু মেলি কৰিম সংগ্ৰাম
দেখিম কিৰূপে যুঁজে দ্ৰোণ বীৰবৰে
কিৰূপেনো ৰাখে কথা ভিখাৰী বামুণে।
মোৰ জীৱ মানে দ্ৰোণ কৰে ই শপত
ধৰি দিব যুধিষ্ঠিৰে ই দুৰাশা বৰ।”

বৃকোদৰৰ খং-জুইত জানিবা ঘিঁউহে পৰিল। তেওঁ গদাৰে মাটিকে কোবাবলৈ ধৰিলে। অৰ্জ্জুনেও ভীমৰ সুৰতে সুৰ মিলাই কবলৈ ধৰিলে—

“নিশাৰ সপোন যেন দ্ৰোণৰ বাৰতা
থাকোতে গোবিন্দ সখি, তেওঁৰ সহায়
আছোঁহো পাণ্ডৱ সব হেজাৰ হেজাৰ
বিপদৰ ঢৌ পৰা। * * *”

Scanned by TapScanner

এই বুলি পাৰ্থবীৰেও পাণ্ডৱৰ প্ৰতি কৃষ্ণৰ কৰুণাৰ কাহিনীবোৰ বিবৰি কবলৈ ধৰিলে। বিৰাট ৰাজ্যত গোধন হৰণৰ কাহিনী, পাৰিজাত হৰণৰ কাহিনী, বনবাসত কৃষ্ণা আৰু দুৰ্ব্বাসাৰ ভোজন কাহিনী, বিৰাট নগৰত অজ্ঞাতবাসৰ সময়ত কীচক বধৰ কাহিনী মনত পেলাই দিলে। সদৌ শেষত সকলো কথা শুনি পাৰ্থসাৰথি শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক অভয় বাণী শুনাই কলে—

"যেই ভীষ্ম বীৰবৰ অজেয় জগতে
পৰিলাহা সমৰত দেখি আছা তুমি
যেন মেৰু-চূড়া ভাগি, আনত কি কথা।
নিচিন্তিবা দাদা তুমি দ্ৰোণলৈ এফেৰা
হইব যি সমৰত। কালি ৰণে ভীম
হ'ক সেনাপতি শূৰ, পাতোক ক্ষেত্ৰত
মকৰ নামেৰে ব্যূহ মকৰাৰ থান
ৰাখিবোহো সৱে মিলি ৰণত তোমাক।"

এইদৰে সকলোৰে পৰা নিৰ্ভয় বাণী শুনি ধৰ্ম্মৰাজ আশ্বস্ত হ'ল। পাণ্ডৱ বীৰবৃন্দই নিজৰ শিবিৰত বিশ্ৰামৰ আশ্ৰয় ল'লেগৈ।

তাৰ পিছত আৰম্ভ হৈছে, ৰাতি কৈলাসত হৰগৌৰীৰ কথোপকথন। মাজনিশা সাৰ পাই উঠি পাৰ্ব্বতী দেৱীয়ে মহেশক সেই দিনটোৰ ৰণৰ বতৰা সুধিলে। মহেশে তেওঁৰ আগত ভীষ্ম-নিধনৰ বৰ্ণনা দি অধৰ্ম্মী কৌৰৱক তিৰস্কাৰ কৰিলে। নন্দী-ভৃঙ্গীক মাতি আনি তেওঁ কৌৰৱৰ কাৰেঙৰ পৰা হস্তিনাৰ ৰাজ-লক্ষ্মীক আনিবলৈ আদেশ দিলে। নন্দী-ভৃঙ্গীয়ে সেই আদেশ পালন কৰিলে। কৌৰৱ-গৃহত নিপীড়িতা হৈ থকা ৰাজলক্ষ্মী কৈলাসলৈ আহিল। পাৰ্ব্বতী-দেৱীয়ে তেওঁক সাৱট মাৰি ধৰি কৈছে—

"*   *   * বাছা তব দুঃখে—
প্ৰাণে মই আজি ভুগিলো বিষম শোক।
শুনি কান্দোনৰ ৰোল অশোকৰ বনে
ৰাঘৱ প্ৰিয়াৰ সতী, দ্বাপৰ (?) যুগত
যেন শোক পাইছিলো আজি সিটো মই
পালো সুতে! বিষ্ণুপ্ৰিয়া তোক নুসুৱায়

এনেকুৱা বিলাপন, তুমি সৰ্ব্বময়
নৃপতি সবৰ আশা থাকিবা সুখেৰে
মমগৃহে পিত্ৰালয়ে। হুইব যেতিয়া
ধ্বংসৰাজা দুৰ্য্যোধন, সবংশে মজিব,
হস্তিনাৰ সিংহাসনে বহিব নৃপতি
ধৰ্ম্মৰাজ যুধিষ্ঠিৰ, চলিবা তেতিয়া
সৌভাগ্যৰ মণি দেৱী পাণ্ডৱ গেহক।"

এইদৰে হস্তিনাৰ ৰাজলক্ষ্মীক সাম্প্ৰতিকভাৱে কৈলাসত স্থাপন কৰি কবিয়ে 'বলহাৰী সৰ্গ' নামেৰে এই দ্বিতীয় সৰ্গটোৰ সামৰণি মাৰিছে।

'অভিমন্যু বধ' কাব্যৰ তৃতীয় সৰ্গটো কবিত্বপূৰ্ণ বৰ্ণনাৰে ভৰপূৰ। এই সৰ্গটোকে কাব্যখনিৰ শ্ৰেষ্ঠ অংশ বুলি কব পৰা যায়। ইয়াত কবিৰ স্বকীয় সৃজনী-শক্তিয়ে মুক্তি লাভ কৰিছে। আৰম্ভণিতে হস্তিনা নগৰৰ ৰাজকাৰেঙত পাণ্ডৱ-বোৱাৰী উত্তৰা কুঁৱৰীক আমি বিৰহিনী বেশত দেখা পাওঁ। তেওঁৰ স্বামী অৰ্জ্জুনপুত্ৰ অভিমন্যু কোঁৱৰে তেওঁক এৰি কুৰুক্ষেত্ৰৰ ৰণাঙ্গণত আছেগৈ। কেইবাদিনো তেওঁ কাৰেঙলৈ নহাত বিৰহৰ জুইত জ্বলিপুৰি কান্দিকাটি উত্তৰা বিয়াকুল হৈ ফুৰিছে। সখীয়েক চন্দ্ৰপ্ৰভাই নানা প্ৰকাৰে তেওঁক বুজনি দিছে। একোতে সেই বুজনি তেওঁ মানিব নোখোজে। অৱশেষত দুয়ো কাৰেঙৰ পৰা ওলাই ফুলনি পালেগৈ।

"এইৰূপে বহুমতে কলা চন্দ্ৰপ্ৰভা
জুৰাইব উত্তৰাৰ ব্যাকুল মনৰ
জুই যেন শোক তাপ। কথাৰ ছলেৰে
অৱশেষে লই গলা মৰমী সখীক
কুসুমৰ বাগিচালৈ কৰিব ক্ষণেক
অথিৰ মনক থিৰ। আঁতৰাব চিন্তা
দুয়োজনে কথা, ৰঙ্গে গাই গীত দুয়ো
সুললিত, কোঁচ ভৰি তুলি ললা ফুল।
যাওঁতে ঘঁহনি লাগি ফুলৰ গাৱত
ওখ দুই পিয়াহত আৰ্জ্জুনী প্ৰিয়াৰ
আগুৰি লাগিল ৰেণু। তাক দেখি তৈতে

ভ্ৰমৰে ভোমোৰাজাক মউলোভী জীউ
উৰি আহি পৰিলেক। মলান হাতেৰে
খেদি অভিমন্যুপ্ৰিয়া ক'লা ভ্ৰমৰক
হেৰ মউ-পিয়া! কনাচকু হেপহুৰা
নাজান কি তই, আজি কমল যুগ
মজিছে আপোন চকু হকুৱাই মোৰ
মন দিবাকৰ ধন—তই কি অবোধ!”

এই বৰ্ণনা পঢ়িলে আমাৰ চকুৰ আগত কালিদাসৰ মনোৰম সৃষ্টি বনবালা শকুন্তলাৰ গোলাপী গালত ভোমোৰাই উৎপীড়ন কৰা দৃশ্যলৈ মনত পৰে; আৰু মনত পৰে সীতাদেৱীৰ লৱণু কোমল স্তন দুটালৈ পকা আম বুলি ভুল কৰি ঢোৰাকাকে ছোঁ মাৰি অহা কাহিনীলৈ। তাৰ পিছত চকা পাটত বহাৰ সময়ত দুয়ো সখী কণুজুনু নেপুৰৰ শব্দ কৰি এজোপা সূৰ্য্যকান্তি ফুলৰ কাষলৈ গ'ল। সূৰ্য্যদেৱে বিদায় লোৱা বিৰহত ম্ৰিয়মান হৈ ফুলবোৰে তলমূৰ কৰি থকা দেখি উত্তৰাই সুধিলে—

“হেৰা ভানুপ্ৰিয়া! তুমি কি দুখ ভুগিছা
হৰুৱাই কৃষ্ণকান্তক তেজ হৰুৱাইছা।
ময়ো জানিবা সখী সি তাপে দেৱালো।
কৱিপ্ৰিয়া! তৱ নাথ আছয় এতিয়া
অতল জলধি মাজে। আছে মম প্ৰিয়
চিন্তামণি অয়স্কান্ত ৰণ সাগৰত।
সমান দুখিনী দুয়ো সমান ভাগিনী।
কিন্তু নিশি পুৱালেই পাবা তৱ নাথ
আৰু কিবা পাম মই চিৰ অভাগিনী!”

সূৰ্য্যকান্তিৰ কাষৰ পৰা নিকুঞ্জবনলৈ গৈ একেভাৱেই তেওঁ বিলাপ আৰম্ভ কৰিছে—

“এ হেৰা নিকুঞ্জ বন! তোমাৰ তলত
কতবাৰ আহি মই প্ৰাণনাথ সৈতে
বিহাৰিলো মন-সুখ। তুমি আদৰি
আমোদিলা দুজনক বঢ়োৱালা সুখ,

হৰষিলা মম মন। আজি কিয় তুমি
মোলৈকে নোচোৱা বন্ধু! তুমিও কি আজি
নেহেৰিয়া গুণমনি আমাৰ সহিতে
বিৰহ কৰিছা ভোগ! আহা মৰো দুখে।

ফুলনিৰ জুৰ বায়ুক সম্বোধন কৰি তেওঁ কৈছে—

"শুনাহা শীতল বায়ু ধীৰ ধীৰ গামী
শীতলিলা প্ৰাণ মম যেতিয়া আছিলো
গুণমনি লগে মই। আজি কিয় তুমি
নিদাৰুণ মোৰ প্ৰতি পুৰিছা অন্তৰ;
অগ্নি সম লাগে গাই তোমাৰ পৰশ
জানিলো সম্পদে বন্ধু বিপদৰ বৈৰী।"

এইদৰে কৃষ্ণ-বিৰহত গোপিনীবিলাকে বৃন্দাবনত এডালি বনক দুডালি কৰি আউলিবাউলী হৈ ঘূৰি ফুৰাৰ দৰে উত্তৰাই চন্দ্ৰপ্ৰভাৰ লগত ইনাইবিনাই ফুৰোঁতেই দিন গ'ল, ৰাতি আহিল।

উত্তৰাৰ বুকুত জ্বলি থকা পতি-বিৰহৰ জুইকুৰা নুমাওক ছাৰি বেছিহে হ'ল। তেওঁ হস্তিনাৰ কাৰেঙলৈ উলটি আহি বহু সময় সখীয়েক চন্দ্ৰপ্ৰভা আৰু তাৰাৰ লগত কান্দিকাটি কটালে। দুপৰ ৰাতি তেওঁ শেতেলিত বাগৰ দিলেগৈ। কিন্তু টোপনি হলে নাহিল। উঠি বহি মানস-পটত প্ৰাণ-প্ৰিয়তমৰ প্ৰতিমূৰ্ত্তি আঁকিবলৈ ধৰিলে। হৃদয়-দেৱতাৰ নামত তেওঁ চকুলোৰে ধোৱা ফুল চিন্তামন্ত্ৰ মাতি আগবঢ়ালে।

তাৰ পিছত অলপ সময় তেওঁৰ চিল্‌মিলকৈ টোপনি আহিছিল। সেই সপোনতো তেওঁ পতি-মূৰ্ত্তিকেই দেখা পাইছিল। তন্দ্ৰা ভগাত তেওঁ সখীয়েক দুজনীক মতাই আনিলে আৰু কুৰুক্ষেত্ৰ ৰণৰ ছাউনিত থকা অভিমন্যুৰ সমীপলৈ যাবলৈকে ইচ্ছা প্ৰকাশিলে। সখীয়েকে ৰাতি দেৱতাৰহে কাল, সেই সময়ত যোৱাটো উচিত নহব বুলি কোৱাত তেওঁ কলে—

"নকৰিবা একো ভয় নিশাচৰ পৰা
সতীত্ব কবচ আছে তাৰ বিদ্যমানে
নডৰাও কাকো মই * * *"

উত্তৰাই নেৰানেপেৰাকৈ লগাত সখীয়েক তাৰাই এখন বিজুলীবেগী ৰথ তুৰন্তে আনিলেগৈ। সাধাৰণ বেশেৰে ৰথত উঠিবলৈ যোৱাত তাৰাই নিষেধ কৰাত উত্তৰা উলটি আহিল। সখীয়েকে তেওঁক যেনেভাৱে পিন্ধাইউৰাই সাজপাৰ কৰি দিছে কবিৰ বৰ্ণনাত সিও অতি মনোৰম হৈ প্ৰকাশ পাইছে—ঠিক যেন পতিগৃহলৈ যাত্ৰা কৰাৰ আগতে অনসূয়া-প্ৰিয়ম্বদাৰ দ্বাৰা সুসজ্জিতা শকুন্তলাহে।

* * * * দিব্য অলঙ্কাৰ
আনি তাৰা সখী আগে সজালা যতনে
সৰ্ব্ব অঙ্গ দিলা তেল অতি সুবাসিত।
কেশপাশে, হৰ্ষ মনে বান্ধে যুগ্মবেণী
কৃষ্ণবৰ্ণ সৰ্প দুই লৰয় বতাহে
যেন ময়ূৰৰ পাখা কপালত দিলা।
কামসিন্দুৰৰ ফোঁটা, তাৰ মাজে তিল
বিৰাজিলা কলঙ্কেৰে চান্দ মনোহৰ,
দুচকুৰ ভ্ৰূৰ পাঁতি ৰঞ্জিলা কাজলে
ধনুৰ আকাৰ কৰি শোভিল তহিত
হৰিণ নয়ন দুই কামদেৱ আহি
ৰহিলাহা নয়নত ধৰি হাতে তেওঁ
কৃষ্ণ অপৰাজিতা ধনু। * * *”

এইদৰে সাজিপাৰি গৈ সখীয়েকসকলৰ লগত উত্তৰাকুঁৱৰী মাজৰাতি পাণ্ডৱ-ছাউনিত উপস্থিত হোৱা দেখি ৰথীয়া-পৰীয়াবিলাকৰ মাজত আতঙ্কৰ সৃষ্টি হ'ল। কোন এওঁলোক? দেৱী নে মানৱী? ৰাক্ষসী নে পিশাচী? ৰথীয়া সৈন্যৰ দলে ৰণসাজে সাজি আক্ৰমণ কৰিবলৈ উদ্যত হোৱাত সাৰথিয়ে তেওঁলোকৰ আগত সেইজনা আন কোনো নহয়, পাণ্ডৱ-বোৱাৰী উত্তৰাকুঁৱৰী বুলি কলে। উত্তৰাৰ নাম শুনা মাত্ৰকে অহিৰাজ আস্তিকৰ ফণা অৱনত হোৱাৰ নিচিনাকৈ সৈন্যবিলাকে দুইহাত যুৰি প্ৰণাম জনালে।

ছাউনিৰ ভিতৰত উত্তৰা-অভিমন্যুৰ মিলন হ'ল। উত্তৰাই গৈ তেওঁৰ প্ৰিয়তমৰ চাৰু চৰণত পৰি সেৱা জনালে। অভিমন্যুই তেওঁক হৰিষেৰে বুকুত সাৱটি ললে। মুখত চুমা দিলে। তাৰ পিছত তেওঁ সুধিলে—

"* * * তৱ আগমনে
আজি মোৰ মন-তেঁটফুল হে সুভগে!
ভাহিলাহা আনন্দত কিন্তু প্ৰাণেশ্বৰী
হেৰি তৱ চন্দ্ৰানন যেন ৰাহুপেটে
মলিন দীপিতিহীন, কিবা আৱৰিত
মেঘেৰে হইলো মই অধীৰ অন্তৰ—
আকুল পৰাণে কান্দে। * * *"

কিহৰ দুখ, কিহৰ অপমান, মোৰ আগত বিবৰি কোৱা। যিজনে তোমাক এইদৰে দুখ দিছে তেওঁ যদি মানুহ নহয় স্বয়ং দেৱেন্দ্ৰ কিম্বা দৈত্য-গন্ধৰ্ব্বাদি হয়, মই তাৰ প্ৰাণ খাই লম। যদি কোনো মনোমত দ্ৰব্য নাপাই এইদৰে বিষাদিত হৈছা মোৰ আগত কোৱা, মোৰ অসাধ্য একো নাই। কুবেৰৰ ধনেই হওক বা বাসুকিৰ শিৰোমণিয়েই হওক, মই আনি দিম।

উত্তৰা সতীয়ে পতিৰ আগত নিজৰ দুখৰ কথা বিবৰি কোৱাত সুভদ্ৰানন্দনে ফটিকৰ হাৰ যেন চকুলো দুধাৰ মচি দি তেওঁৰ কাৰণে একো চিন্তাৰ কাৰণ নাই বুলি বীৰত্বব্যঞ্জক বাণী শুনাই কলে—

"পিতা মোৰ ধনঞ্জয় সুৰ মহাবলী
প্ৰতাপে কঁপয় যাৰ তিনিও ভুৱন
দেৱ-দৈত্য-ত্ৰাস, মোমাই গোৱিন্দ
সৃষ্টি-স্থিতি-অন্তকাৰী কালৈ ভয় মোৰ?
কোনো কালে পৰাজয় নভৈলো ৰণে
আজি কাতৰ বাণী শুনিলো ৰমণী
তোমাৰ মুখত মই, সীতাৰ মুখত
শুনিলা লক্ষ্মণ যেন ৰাম পৰাভৱ
পঞ্চবটী বনমাজে। কেতিয়া কি সতী
পৰে চন্দ্ৰ খহি ধৰা? অসম্ভৱ সৱ।"

অভিমন্যুই গৰ্ব্বৰ বাণী আৰু সান্ত্বনাৰ কথাৰে প্ৰেয়সীৰ অস্থিৰ মন সুস্থিৰ কৰিলে। নানা ভালৰি লগোৱা কথা কৈ তেওঁ উত্তৰাক সন্তোষিলে। দুয়োটিয়ে হাতত ধৰাধৰি কৰি শয়নশয্যালৈ গ'ল। মধুৰ আলাপ কৰি দুয়ো আনন্দত নিমগ্ন হ'ল। এইদৰে দুয়োজন প্ৰেমিক-

প্ৰেমিকাই নিশাৰ বাকীছোৱা পৰম সুখেৰে অতিবাহিত কৰিলে। সেই কাৰণেই কবিয়ে সাৰ্থকভাৱেই এই তৃতীয় সৰ্গটোক মিলন সৰ্গ নামে অভিহিত কৰিছে। চাওঁতে চাওঁতে সুখৰ ৰাতি শেষ হ'ল। উত্তৰা-অভিমন্যুৰ এই মিলন ৰজনীক ছেক্সপীয়েৰৰ ৰোমিও-জুলিয়েটৰ মিলন ৰজনীৰ লগত ৰিজাব পাৰি।

প্ৰথম কুকুৰাৰ ডাকত প্ৰণয়ীযুগলৰ ৰোমিও-জুলিয়েটৰ সুখৰ সপোন ভাগি যোৱাৰ নিচিনাকৈ মুৰলীধাৰী শ্ৰীকৃষ্ণৰ বংশী-বাদনে ব্ৰহ্মপুৰাতে বীৰবৃন্দক ৰণক্ষেত্ৰলৈ আহ্বান জনাই উত্তৰা-অভিমন্যুৰ মিলন ৰজনীৰো যৱনিকা পেলাই দিলে। ছাউনিৰ বাহিৰত বাজনীয়া দলে ৰঙ্গিনী বাদ্য বজালে। বাঁহী, জয়ঢাক, নাগাৰা আদি বাদ্যত ৰণৰ ছেও বাজিবলৈ ধৰিলে। বাদ্যধ্বনি শুনি বীৰবৃন্দৰ সিৰে সিৰে তপত তেজ উথলি উঠিল। বীৰকেশৰী অৰ্জ্জুননন্দন অভিমন্যুও জানো স্থিৰ হৈ থাকিব পাৰে? তেওঁ উত্তৰাৰ কাষত ততাতৈয়া কৰি বিদায় মাগি সাজি-পাৰি ৰণযাত্ৰা কৰি ওলাল। উত্তৰাই এদিনৰ বাবে হলেও যুদ্ধলৈ যাবলৈ তেওঁক নিষেধ কৰিলে। ঠিক এইদৰে চিজাৰ-পত্নী কাল-পূৰ্ণিয়ায়ো জুলিয়াছ চিজাৰক ছিনেটলৈ যোৱাৰ আগতে অজানিত বিপদৰ আশঙ্কা কৰি একেভাবে বাধা দিছিল। চিজাৰে তেওঁৰ কথা নুশুনি কৈছিল বোলে বীৰপুৰুষৰ এবাৰহে মৃত্যু হয়, কিন্তু কাপুৰুষৰ মৃত্যু হয় বহু বাৰ। সেইদৰে অভিমন্যুয়ো উত্তৰাৰ বাধা নিষেধলৈ কাণ দিয়াটো উচিত বুলি নাভাবিলে। পৰিণাম দুয়োজনৰেই একে হ'ল—

"বুলিলা আৰ্জ্জুনী—হায়! জীৱন ঈশ্বৰী
ইটো ঘোৰ সমৰত হই পাছ ভৰি
থাকিম ইয়াত ৰই কাপুৰুষ মই?
কি লাজে দেখাম মুখ বীৰদল মাজে?
কি বুলিব পিতা মোৰ, জেঠা ধৰ্ম্মৰাজে,
মোমাই শ্ৰীবাসুদেৱে? অনুচিত জানা
কিমতে এ হেন কাজ অধৰ্ম্ম আচাৰ
কৰিবাক পাৰো আজি?"

অভিমন্যু গ'ল ৰণৰ পথাৰলৈ, আৰু শূন্য হিয়া, শূন্য মন লৈ চকুৰ ধাৰ বোৱাই উত্তৰা উভতিল তেওঁ থকা কুঁৱৰীটোললৈ।

এইটো মন কৰিবলগীয়া কথা যে কবিয়ে তিনিওটা সৰ্গৰ এঠাইত নহয় এঠাইত পাঠকক কৈলাস-পৰ্ব্বতত তুলি হৰ-গৌৰী, লক্ষ্মী আদিৰ আলাপ-আলোচনাৰ ভাগ দিছে। তৃতীয় সৰ্গৰ মাজতে কৈলাসত জগদ্ধাত্ৰী আৰু বিষ্ণুপ্ৰিয়া লক্ষ্মীৰ কথোপকথন দিয়া হৈছে। কথা-প্ৰসঙ্গত গৌৰীয়ে কৈছে যে ভীষ্ম-বধৰ পোতক তুলিবলৈ এদিনৰ বাবে তেওঁ পাণ্ডৱ পক্ষৰ পৰা এৰা দিছে। এই সুবিধা লাভ কৰি কৌৰব-সকল সেই দিনালৈ জয়ী হব পাৰিব। অন্যায় যুদ্ধত সুভদ্ৰানন্দন অভিমন্যুক নিধন কৰিবলৈ এনেদৰে সহায় কৰা শুনি লক্ষ্মীদেৱী বৰ বিচলিত হৈ পৰিছে। তেতিয়া অভিমন্যু-বধ অপৰিহাৰ্য্য, বিধিৰ বিধান বুলি বুজাবৰ অৰ্থে গৌৰীদেৱীয়ে যিটি আখ্যান কৈছিল তাৰ বৰ্ণনা মনোৰম।

দুৰ্ব্বাসাৰ অভিশাপ-বজ্ৰ মূৰত পৰাত চন্দ্ৰ আৰু ৰোহিণী ওলাই আহি মুনিবৰৰ চৰণত দীঘল দি পৰিল। দান্তে তৃণ লৈ কাকুতি-মিনতি কৰি দুয়ো ক্ষমা প্ৰাৰ্থনা খুজিলে আৰু অভিশাপ প্ৰত্যাহাৰ কৰিবলৈ সকাতৰে প্ৰাৰ্থনা জনালে। অৱশেষত—

"* * * মোৰ শাপবাণী
কেতিয়াও মিছা নোহে জানিবি নিশ্চয়।
কিন্তু তহঁতৰ মই কাকুতি বাণীত
হলো তুষ্ট। দিওঁ শুন শাপৰ মোচন
হইব যেতিয়া ৰণ কুৰু-পাণ্ডৱৰ
হবা তুমি শাপমুক্ত পৰি সমৰত
পুনশ্চ আহিবা এই আতি মনোৰম
সকল সুখৰ ঠাই চন্দ্ৰৰ লোকক।

চন্দ্ৰদেৱে অভিমন্যু হৈ পাণ্ডৱৰ ঘৰত আছেহি। দুৰ্ব্বাসাৰ অভিশাপৰ কাল অন্ত হোৱাত কালিৰ ৰণত পৰি তেওঁ মুক্ত হৈ চন্দ্ৰলোকলৈ উলটি আহিব। গৌৰীৰ মুখত আদ্যোপান্ত কাহিনী শুনি লক্ষ্মীদেৱীৰ আৰু বিষাদৰ হেতু নাথাকিল।

থূলমূলভাৱে ওপৰত 'অভিমন্যু বধ' কাব্যৰ কাহিনীৰ আভাস দিয়া হ'ল। মুঠতে কবি, নাট্যকাৰ আৰু অভিনয়শিল্পী ৰমাকান্ত চৌধুৰী-দেৱৰ সাহিত্যিক আৰু সাংস্কৃতিক অৰিহণাৰ বিৱৰণ আজি যদিও দুষ্প্ৰাপ্য

হৈছে তথাপি সি কেতিয়াও উলাই কৰিব পৰা বিধৰ নহয়। অসমীয়া সাহিত্য-সংস্কৃতিৰ ইতিবৃত্ত লিখকসকলে চৌধুৰীদেৱক শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব। প্ৰাক্‌শঙ্কৰী যুগত কবি হেমসৰস্বতীৰ যি স্থান, প্ৰাক্‌-জোনাকী যুগৰ কবি ৰমাকান্তৰো সেই একেই স্থান। প্ৰয়োজন কবি দুটা যুগৰ পূৰ্ণিমাৰ অগ্ৰদূত, সন্ধিয়াৰ তোটা তৰা।

মোৰ 'স্মৃতিৰেখা'ৰ যথাস্থানত আৰু প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'জীৱনী-সংগ্ৰহ'ৰ দ্বিতীয় তাত্তৰণত ৰমাকান্তৰ জীৱন-আলেখ্য আগ-বঢ়োৱা হৈছে। ইয়াত তাৰ পুনৰুক্তি কৰা নহ'ল। এই আগকথাত কবিৰ 'অভিমন্যু বধ' কাব্যৰ চিনাকি এটা দাঙি ধৰা হৈছে মাথোন। অসমীয়া সাহিত্যৰ যি যুগৰ পটভূমিত কবিয়ে এই কাব্য ৰচনা কৰিছিল তালৈ লক্ষ্য ৰাখি বিশেষজ্ঞসকলে এই পুথিৰ সম্যক মূল্যাঙ্কন কৰিব বুলি আশা কৰা হ'ল। মোৰ ৰৰমোমাইদেউ ৺শ্ৰীকান্ত চৌধাৰীয়ে উত্তৰাধিকাৰ সূত্ৰে পোৱা দেউতাকৰ এই একমাত্ৰ পুথিখন প্ৰায় দুকুৰি বছৰ আগতে গতাই দি এদিন মোক কৈছিল—"বাপা! ককাৰাৰ এই অমূল্য সম্পত্তি মই তোমাক গতালোঁ। তুমি যেতিয়াই পাৰা কিবা এটা কৰিবা।" মই ইমান বছৰে পুথিখন মকবাৰ দৰে বুকত বান্ধি ৰাখিছিলো। সম্প্ৰতি অসম প্ৰকাশন পৰিষদে সহায়-হাত আগবঢ়োৱাত ইয়াক পোহৰলৈ উলিয়াব পাৰি সকাহ পাইছোঁ। পৰিষদে যুগৰ স্বাক্ষৰ বহনকাৰী এখন দুষ্প্ৰাপ্য পুথি ধ্বংসৰ গৰাহৰ পৰা ৰক্ষা কৰি এটা মহৎ কাম কৰিলে নিশ্চয়। মূল পুথিখন সংৰক্ষণৰ বাবে অসম-বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত জমা দিয়া হ'ল।

তপোবন, উজান বজাৰ
গুৱাহাটী-১
১৪।৪।৭১

বিনীত
**শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা**

# অভিমন্যু-বধ কাব্য

## প্রথম সর্গ

দশদিন যুদ্ধ কৰি ভীষ্ম মহাবলী
যেতিয়া শুইলা বীৰে শৰ-আসনত,
মহাৰথী পাণ্ডৱেও আনন্দ মনেৰে
বজাইলা ঢাক, ঢোল, শিঙ্গা, কৰতাল,
জগঝম্প, ভেৰী, দবা। আপুনি শ্ৰীহৰি
নিজ বাদ্য শঙ্খ লই ফুৱায় বিজয়
ঘোৰনাদে বুকুৱায় সকল শবদ
হৰষিলা পাণ্ডৱক। সাগৰ সমান
অপাৰ কৌৰবী সৈন্য পূৰিলা শবদে,
হাহাকাৰ ৰণ-ঠাই স্বামী-নিধনত।
উথলিয়া শব্দ-সিন্ধু সেনাৰ ভিতৰ
লৰালা পাতাল-স্বৰ্গ, লৰালা মেদিনী
মেৰু-দণ্ড সমন্বিতে। শবদে শবদে
ভাঙ্গিয়া পৰিলা যেন ধৰাত আকাশ;
কঁপিলা বাসুকি ত্ৰাসে, কাণে লাগি তালি
স্থলচৰে, জলচৰে, জীৱ-জন্তু যত
কৰ্ণভেদী হিয়াভেদী শবদত সিটো,
যেন এশ বজ্ৰপাতে চমকি উঠিলা।

পৰিলা মাটিত খহি গৰ্ব্ভৱতী গৰ্ব্ভ,
স্ফূৰ্ত্তি খায় ঘোৰ নাদত তিৰোতা সবাৰো।
বোৱাৰী, জীয়াৰী সবে, পুত্ৰৱতী যেয়ে
সাৱটি ধৰিলা ভয়ে আপোন ল'ৰাক
গণি মনে ত্ৰাহি ত্ৰাহি। কাণ ফলা ৰোলে
পশুগণে অকস্মাৎ পাই মহাত্ৰাস
লৰি গলা যলৈতলৈ নাই জ্ঞান, দিগ-
বিভ্ৰম হইয়া সবে। আকাশত দেৱে
বজালা দুন্দুভি ৰঙে, দিলেক উৰুলি
বৰষিয়া পাৰিজাত পাণ্ডব-মূৰত।
বখানিয়া হৰ্ষ মনে পাণ্ডব বীৰত্ব
ৰঙ চোৱা দেৱগণে কৰিলা সঘনে
দেৱ-বাণী। সপ্তবসু আশিস কৰিলা
শুনী কিৰীটীক ৰঙে, তেওঁৰ গুণেৰে
বহু দিন বিচ্ছেদান্তে ভাতৃৰ মিলন
হব জানি। পুলকিত মনেৰে গৈলা
বৃষভ আৰোহী দুই মহেশ-মাহেশী,
নন্দী-ভৃঙ্গী লগে লই গিৰিশৃঙ্গলৈকে,
নিজ ঠাই কৈলাসক। দেৱগণো গ'লা
অমৰ ভুবনলৈকে হেৰিয়া তহিতে
দিবা অবসান আৰু যুদ্ধ অবসান।
সেনাপতি-শঙ্খে শুনি এৰিলা নিনাদ,
প্ৰলয় কালৰ মেঘ। দুই দল সৈন্যে
দুই দিশে চলি গ'লা পৰিহৰি ৰণ
তেতিয়াই। যুদ্ধক্ষেত্ৰে ৰহিলা কেৱল
মৃত দেহ, ভগা ধনু, মুষল মুদ্গৰ
আৰু যত বীৰগণে উভয় কুলৰ
আনিছিলা বাছি বাছি অস্ত্ৰাগাৰ পৰা

বিজয় মনত আশি। লোহিত বৰণে
বাৰিষাৰ নই সম বেগেৰে চলিলা
তেজ-সোঁতা চাৰিভিতে ৰণৰ ক্ষেত্ৰত।
মৃত শব, ৰথচয় আৰু অস্ত্ৰ যত,
তাহাতে ভাসিলা যেন হিমধৰ কূলে
ঘোৰতৰ ৰবযুণে কিবা হিম দ্ৰবে,
শান্তনেৰ পাই বল গছ-পাত ভাঙি
বহিলা প্ৰবল বেগে। বহিলা ক্ষেত্ৰত
তেজ-সোঁতা, ঘৰিয়াল, শিহু, জলজন্তু,
অসি, বৰ্ম্ম, ঢাল, ধনু উঠিলেক তাত।
আহা! কি দিম উপমা, যি দুখত দুখী
হ'লা ৰক্ষ-কুলপতি লঙ্কা-ৰথীয়াক
মেঘনাদ বীৰমণি দেখি অবিহন;
ধৃতৰাষ্ট্ৰসুত ৰাজা শোকাৰ্ত্ত অন্তৰে
ভৰসা জ্বলন্ত চাকি পিতামহ বলী,
সুমেৰুৰ চূড়া যেন ধৰাতলশায়ী,
হেৰি আজি নুমুৱাই এন্ধাৰিলা সব
দশোদিশ শূন্য কৰি। সবে হাহাকাৰে
অসংখ্য কৌৰবী সৈন্যে সজল নয়নে
হিয়াত চাপৰ মাৰি পাতিছে কান্দন।
চালা সৈন্য সব প্ৰতি নৃপতি-তিলকে,
মাতৃ যেন পুত্ৰমুখ; তেওঁৰ মুখক
সেনাগণো দেখিলেক, কন্দনীয়া ভাবে।
উদয় অৰুণ হেৰি উদয়াচলত
হেমন্তৰ সময়ত পেলায় নিয়ৰে
শোকৰ লোতক গছে; দুখৰ্ক জনোৱা
নয়ন-পানীত তিতি সৈন্যসকলেও
চালা নৃপ মুখলৈকে। মৰ্ম্মভেদী দুখে,

অধীৰ হুইয়া অতি ধীৰ নৰপতি
পাহৰিলা মনে ধৈৰ্য্য, কান্দিয়া অন্তৰে
ঝৰ্ঝৰে এৰিলা লো। জ্বলিল অগনি
শোকত হিয়াৰ মাজে; নোৱাৰিলা তৈতে
ক্ষণকালো ৰহিবাক। দীৰ্ঘশ্বাস ত্যজি
মহীতলে চায় পাছে গুনিয়া মনত
'কি ভৈলেক মোৰ আজি' চলে লাহে ধীৰে,
যি ঠাইত বীৰশ্ৰেষ্ঠ ৰাজসুতবলী
পৰিহৰি ৰত্নশয্যা ৰত্ন-আভৰণ
নিন্দিয়া ইন্দ্ৰৰ ভূষা দেৱতাবাঞ্ছিত,
বিসৰ্জ্জিছে ধনুশৰ, ঘোৰ কালৰূপে
প্ৰলয়ৰ কাল সম শৰৰ চিতাত
ৰৈছে পৰি ৰণঠাই, তেজেৰে ৰঞ্জিছে
ধূলায় ধূসৰ কায়, অন্তকালে আজি
শান্তমূৰ্ত্তি পৰিগ্ৰহি শান্তনুকোঁৱৰ।
চৰণত ধৰি সবে বিষাদ বদনে
কোনো দণ্ডৱত কৰে, কোনো সেৱা কৰে,
দিলা নমস্কাৰ কোনো উচিত যেহেন।
অষ্টাঙ্গতে দুৰ্য্যোধনে পৰি চৰণত
তিয়াইলা চক্ষুজলে শ্ৰীপদ-যুগল,
গদগদ বাক্যোচ্ছৰি প্ৰকাশিয়া ভাৱ
সম্বোধিয়া মোকলিলা শোকৰ ভঁৰাল
"পিতামহ! কত ভাগ্যে তপস্যা ফলেৰে,
পূৰ্ব্ব জনমৰ কীৰ্ত্তি, দান, পুণ্য কাৰ্য্যে,
তুমি হেন বীৰৰত্ন, ৰণবিশাৰদ,
পৰশুবিজেতা যেই জগতে ঘোষিত
যাৰ কীৰ্ত্তি যশ-ৰশ্মি, তাপি বৈৰীদল
নৃপতি-সমাজ ত্ৰাস কুৰুক্ষেত্ৰ ৰণে,

পাইছিলো সেনাপতি ; কিন্তু মই আতা!
দৈবহীন, দুর্ভগীয়া! কি কম তোমাক।
যশি তুমি কীৰ্ত্তিৰাশি প্ৰতাপী ৰণত
নব দিন শত্ৰু দলি দশম দিনত,
কুঁজী-কুমন্ত্ৰণাত যেন দশৰথাঙ্গজে
হৰুৱালে ৰাজ্যধন, হৰুৱালে পিতা,
যাদৱ-মন্ত্ৰণে মই, অকালত আজি,
তুমি হেন ৰক্ষকক। তুমি অবিহনে
পৃথিৱীৰ ছত্ৰ-দণ্ড তব আশাবদ্ধ
হৰুৱালো ই অধীনে। নাকৰ নিশ্বাসে,
ত্ৰিভুবন ভিতৰত কোনে জানিছিল
হোম-অগ্নি নুমোৱাই অঘট' ঘটাব।
কাৰ বা বিদিত আগে কৌৰব মাজত
হুইবে সিংহৰ কাল শিয়াল হাতত!
সবে মম ভাগ্য-দোষ, বিধি হৈলা বাম,
কুযশ কুনাম ৰ'ল গুৰুবধী মোৰ
যাবচ্চন্দ্ৰ দিবাকৰ ই পোৰা ভালত।
ঘটিবৰ যি আছিল ঘটে সেয়ে আজি,
নিচিন্তোহো তাক মই। কিন্তু পিতামহ!
কিনো হব মোৰ কালি তব ৰক্ষা-হীনে,
বিজয় পাণ্ডবহঁতে দলিব ৰণত ;
কোনে হব আগুৱান ৰক্ষিব কুৰুক ?
জ্বলন্ত অগ্নিৰ কুণ্ডত কোনে দিব জাঁপ
জীৱনৰ আশা এৰি ? পাহৰিয়া যেন
দুখানি পাখাৰ বলে আপোনাৰ বল
নাচনি ফৰিং প্ৰায়। দুৰ্জ্জয় পাণ্ডবে
পাতিয়া শৰৰ জাল বিন্ধিব তহিতে
সব ভাই সৈতে মোক সব নৃপ সমে।

তুমি নাই সমৰত কোনেবা ধাইব
যেতিয়াই অহিৰাজ বিষৰ জালত
আহে বেগে দংশিবাক ময়ুৰ ছানাক
ৰক্ষাহীন, মাতাহীন, বলহীন ৰণে ?
আৰু কোনে ৰাখিবেক ভীম হাতে মোক
দুৰ্জ্জয় ভীষণ ৰণী যেন প্ৰভঞ্জন,
শমন সমান শক্ৰই কৌৰবী ৰণে
মহাবলী ধনুৰ্ধাৰী অৰ্জ্জুন আগত ?
নিশ্চয় জানিলো মোৰ হুইব নিধন,
নিশ্চয় হবোহোঁ ধ্বংস কুৰুপুত্ৰগণ,
মজিব নৃপতিবৰ্গ, নিশ্চয় হুইলা
বিজয়ৰ আশা আজি দিবাকৰ মোৰ
অস্তাচল চূড়ালম্বী দিনৰ শেষত।
তোমাৰ নিধনে আতা! আজি সমৰত
হাৰিলা কৌৰব বুলি ঘোষিবে লোকত,
কৰিব আমাক নিন্দা পাৰিবেক গালি
পিতৃবধী, গুৰুবধী বুলি সৰ্ব্বলোকে।
কি উপায়ে কোৱা পিতা! ত্ৰিকালজ্ঞ তুমি,
তুমি যদি হলা কাতি কৰি নিঃসহায়
ইটো ঘোৰ সমৰত শত ভাই মোৰ
বিপদ-সাগৰে পাৰ পাম শত ভাই ?
কৌৰব-ভৰসা-ভানু অকালত আজি
যদি গলা অস্তাচলে, কোৱা পিতামহ!
তম আচ্ছাদন পৰা শতদলে ৰস ?”
এতেক কহিয়া বীৰে কান্দিয়া শোকত
ৰজোপৰি গড়াগড়ি যায় মহাৰাজ
দুৰ্য্যোধন মহামানী গাঙ্গেয়ৰ নাতি।
পাছে ধীৰে ধীৰে ধীৰে শান্তনু-নন্দনে

সম্বোধি তেওঁক, এৰি দীঘল নিশ্বাস,
কহিলা বিৰস বাক্যে "গান্ধাৰেয় ভূপ!
জানিয়া আগৈয়ে মই ভবিষ্যত কথা
তোমাক কহিলো বাপু, মিলন যুগতি।
মুশুনিলা কাণে তুমি, নধৰিলা মনে
বুঢ়াৰ বচন বুলি। কৰ্ণ-কথা মানি
মানে যেন অহিৰাজে সাপৰিয়া মন্ত্ৰ,
অৱজ্ঞা কৰিলা মোক, এতিয়া কি সোধা?
জানাহা আপুনি ভীম মহাপৰাক্ৰমী
বীৰকুল চূড়ামণি পাৰ্থ মহাৰথী
আৰু যত বীৰগণে পাণ্ডব পক্ষত
ধৰে অস্ত্ৰ বীৰ মদে ঘোৰ সমৰত।
বিশেষতে ৰুদ্ৰৰূপী আপুনি শ্ৰীহৰি
আছয় সহায় হই পাণ্ডব পক্ষত
তযু পক্ষে যমৰূপী দলিবে সবাক।
তব মম সাধ্য কিবা জিনিবে তেওঁক
যদি স্বয়ং শূলপাণি, অধিক কোনোবা,
বীৰকুল চূড়ামণি পাৰ্ব্বতীসুতক
লগে কৰি আহিলেও ই ঘোৰ ৰণত
জিনিব কি পাণ্ডবক—তুমি আমি কোন?
এতেকতে কওঁ বাপু নৃপতি-তিলক!
গান্ধাৰীনন্দন কৰা, বুজিয়া মিলন
পাণ্ডুপুত্ৰ ভাই লগে। হুইব সিহঁত
পালে স্বীয় ৰাজ্য-অংশ তব অনুগত।
জিনিবাহা সুসহায়ে দিগ্‌বিজয় কৰি
বিপদ-গ্ৰাহৰ মুখে নেপেলায় ভৰি
কেতিয়াও, মান্যবৰ, সপ্তদ্বীপ আদি।
সহায়ে কল্পিত শত্ৰু পাণ্ডুৰ নন্দন

তোৰ বৰ মিত্র হুই লভায় জয়াশু
বঢ়াব তোমাৰ যশ, বঢ়াব অচিৰে
ৰাজ্যধন, মান, সেৱা, নাম যশৰাশি।
ইতোমূলোপায় বাচা শত্রুক জিনিব
আৰু বিশেষত কওঁ ভাইক জিনিলে,
বধিলে সুহৃদ ভাই ৰাজ্য-ধন হেতু
কি পৌৰুষ পাবা তুমি? জানিবা বিশেষ
ভাই সম বন্ধু নাই জগত মাজত
পুৰাণ বিচাৰি চোৱা শাস্ত্ৰৰ সম্মত।
এতদৰ্থে নৰপতি! বিচাৰ তৎপৰ
কৰাহা উচিত যেই মনত তোমাৰ।
এই বুলি প্রাজ্ঞ বুঢ়া চাই মুখপানে
ৰহিলাহা মনে মনে। নিৰুত্তৰ হুই
বলাহা কৌৰব-প্রভু। অনন্তৰে তাৰে
উদাস ভাবেৰে আহি পাৰ্থ উদাসীন
পিতামহ পাদপদ্ম ধৰি শোকে, বীৰে
দণ্ডবীয়া অষ্টাঙ্গতে, কৰি স্তব-স্তুতি
কান্দিয়া তেওঁক ক'লা—"আতা গুৰুদেউ!
ধিক্ ধিক্ ক্ষত্রিয়ক! ধিক্ ধিক্ মোক
নৰাধম পাপী মই! যিটো মহাজনে
পুত্ৰস্নেহ কৰি মোক কৰিলা ডাঙৰ
হ'লা মোৰ দুখে দুখী, সুখত সুখীয়া
দিছিল আশ্বাস-বাৰি বিপদ সময়
কৰিছিল পিতৃস্নেহ, যাক ল'ৰাকালে
হৰুৱালো ভাগ্যদোষে (তেওঁৰ বিৰহ
তোমাৰ কাৰণে, আতা! আমি দুভোগিলো)
হেনজনক দুৰাচাৰী কি পাপে ৰণত
বধিলো পৰাণে মই? অহঃ-হঃ বিধাতা

ধিক্ মোৰ গৰ্ব্ভধাত্ৰী ধৰে হেন পোক
দশমাস উদৰত। শুকক নাশিলো!
ধিক্ মোৰ জয় নাম! ইয়াৰ গৰবে
সাহসিলো তব সগে কৰিবলৈ ৰণ।
বাপ মই দশদিন তোমাৰ লগত
কৰিলো বিষম যুদ্ধ কিন্তু মৰমতে
পুত্ৰস্নেহে ৰক্ষা তুমি নাশিবৰ মনে
নধৰিলা চোকা-কাঁৰ, বাঘিনী যেহেন
খেলিলা চাওৰ লগে, কিন্তু পাপাধমে
নুবুজিলো, মাৰিলোহো নিজৰ বুকুত
দাৰুণ কুঠাৰ ঘাও; থইলো কলঙ্ক
নিষ্কলঙ্কী চন্দ্ৰবংশে। ই জীৱন মোৰ
পশু যেন নাই জ্ঞান, ধিক্ পৰাণত!"
এইৰূপে বীৰবৰ ধিক্কাৰি আপুনি
তিয়াইলা গাৰ বস্ত্ৰ চকুৰ লোতকে।
হেন শুনি মিষ্টভাষী গঙ্গাৰ নন্দনে
ধীৰে ধীৰে প্ৰবোধিলা ইন্দ্ৰনন্দনক।
"বৃথা হে বাহন-শ্বেত! গঞ্জিছা আপুনি
বৃথাই কান্দিছা তুমি আমাৰ কাৰণে।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম এই তোমাতনো কি দোষ?
পিতা-পুত্ৰে যুদ্ধ কৰি এৰয় জীৱন
নাহিকে কাৰও নিন্দা; বিশেষকৈ কওঁ
জানাহা পয়ান ঘটে সংসাৰৰ পৰা
উঠিলে সংসাৰী ভোগ। কিয় বাছাধন!
নিৰ্দ্দোষী তোমাক তুমি কৰিছা দোষণ?
তুমি বাছা কুলভূষা প্ৰকাশিবা নাম
চন্দ্ৰৰ বংশত তুমি যেন পূৰ্ণিমাৰ
ষোড়শ কলা, পূৰ্ণ চাঁদ তৰাৰ মাজত।

Scanned by TapScanner

বিদিত জগতে জানা ৰামক বধিয়া
বত্নময় দুটি ভাই। ৰাঘৱকোঁৱৰে
যেতিয়া শ্ৰীৰামচন্দ্ৰে অশ্বমেধ পাতি
এৰি দিলা যজ্ঞ-অশ্ব শ্বেতৰূপধাৰী
পাইয়া ধৰিলা দুয়ো। ঋষি-আশ্ৰমত
কৰিলা বিষম যুদ্ধ বাপেকে সহিতে
মাৰিলা তেওঁক লৱে। এতেকতে শুনা,
উপজি যুঁজাৰু বংশে যুদ্ধৰ ঠাইত
পিতাৰ নিধন হলে পুত্ৰৰ হাতত
নুহি জানা নিন্দাস্পদ; পিতৃবধী বুলি
নেহাহয় কোনো জনে। সংগ্ৰাম মাজত
আমাক মাৰিলা তুমি বীৰধৰ্ম্ম ৰাখি
ই নোহে কলঙ্ক তোৰ, কিন্তু যশৰাশি।”
এইদৰে বিজ্ঞবৰে প্ৰবোধি তেওঁক
আশিস-বাণী বুলিলে হোউক জয় বুলি।
অতঃপৰ ধৰ্ম্মৰাজে বিনয় কৰিয়া
(সুজনৰ সদ্‌মুখে গুৰুজন আগে)
ভীষ্মৰ চৰণ ধৰি স্তুতিলা বিস্তৰ
বিস্তাৰিয়া মনভাব, ৰাজধৰ্ম্ম নীতি
সুধিলা অশেষ কথা, যুদ্ধ ফলাফল।
তৃষ্ণা দূৰ কৈলা শুনি ধৰ্ম্ম-নীতি কথা
চাৰিবৰ্গ দায়ী যিতো, সুস্থিৰ লভিলা
ধৰ্ম্ম-নীতি শুনি ধৰ্ম্মে। আনন্দিত মনে
নীৰৱ হুইলা তেওঁ, আৰু পাণ্ডৱীয়
একে একে সেৱা কৰি সবে ভক্তিভাবে
পাইলা সম্ভাষাদৰ। পাচে ভীষ্ম বীৰে
যুদ্ধ-তৃষ্ণাগ্নিৰে হুই ডো-ওয়া অন্তৰ
আৰু ৰক্তস্ৰাবে আতি বিকল পৰাণ

পিপীয়া চৰাই যেন বাৰিষা কালৰ
অম্বৰৰ আশা কৰি চালা মেঘ-মুখ
দুৰ্য্যোধন নৃপতিৰ। সুবুদ্ধি ভুপালে
আকাৰে-ইঙ্গিতে বুজি, ইঙ্গিত কৰিলা
শত শত দাসবৃন্দক। আদেশে যোগালা
পিতামহ শুশ্ৰূষাই শেষ বাঞ্ছা তৈতে
সুবৰ্ণ জাৰিত ভৰি সুশীতল বাৰি
কৰ্পূৰেৰে, গোলাপেৰে কৰা সুবাসিত
চালে হাবিয়াহ লাগে ফটিক বৰণী।
সোঁ ৰাজ-কৰে ধৰি দিবলৈ মুখত
বলা ৰাজচক্ৰবৰ্ত্তী। মূকখালি দেখি
মৃদু হাসি গঙ্গাসুতে কেৰা চকু কৰি
লাহে ধীৰে সম্বোধিলা "হেৰা জ্ঞানীবৰ!
ইনো কিনো সুবিচাৰ, পৃথিৱীৰ পতি হুয়া
যি কালৰ যিটো যোগ্য এৰিয়া তাহাঙ্ক
তাৰ বিপৰীত কিয় কৰিছা বিধান?
শৰ আসনত মই কৰিছো শয়ন,
পৰিছোহো এই দেখা কালৰ হাতত।
এৰিছো সোণৰ খাট, চোঁৱৰ বিচনী
নৃপ, ৰাজহংস তুলি; গাৰ অলঙ্কাৰ
খহাইছো ই সময়, এতিয়া কি মোৰ
সুৰায় ভৃঙ্গাৰ-পানী?" লাজ পাই নৃপে
ক'লামুখ কৰি আতি ৰহিলা সি ঠাই
তলমূৰে। পিতামহে শুকান গলেৰে
সেঁহনীয়া মাত লগাই ইঙ্গিত কৰিলা
অৰ্জ্জুনৰ পোনে চাই। সেই সময়তে
ভাবতে অৰ্জ্জুনে বুজি ধনু লই হাতে
সুঁৱৰি গুৰুৰ পাও টঙ্কাৰিয়া ধনু

মাৰিলা ত্ৰিশৰ। পাতালৰ পৰা সুহি
ললা ভাগীৰথী-জল। কাঁৰৰ আগেৰে
দিলা ঢালি ভীষ্মমুখে স্তনদুগ্ধ ধাৰে,
থইলা যত্নেৰে যত্নে সদা যেন পৰে
ঝিৰে ঝিৰে তেওঁৰ মুখে। আশিসিলা ভীষ্মে
ঘনে ঘনে অৰ্জ্জুনক। যত সাধু সবে
ৰখানিলা বুদ্ধি-বল শৰ চলোৱাৰ
আচৰিত ভাব দেখি, আৰু দিলা বাক।
বীৰৰ অসাধ্য কাম অনায়াসে সাধি
নিজ নাম-গন্ধে তেওঁ ব্যাপিলা জগত।
অতঃপৰে বিজয়ৰ মধুৰ ভাষণে
থাকি শৰাসনে বুঢ়া বিদায় কৰিলা
সমস্ত পাণ্ডৱী দল, সমস্ত কৌৰৱী।
অভিমন্যু হেন কালে সৌভদ্ৰেয় সুভদ্ৰাবল্লভ
বৃদ্ধৰ আনন্দমণি আহিয়া তহিত
প্ৰণমিলা অষ্টাঙ্গতে লোটাইয়া শিৰ
লইলা চৰণধূলি, বুলিলা সম্বোধি
“বৃদ্ধ পিতামহ! তুমি ৰণ পৰিহৰি
শুলা শৰাসনোপৰি দিব্য শয্যা এৰি।
পাণ্ডৱৰ ভাগ্য-সূৰ্য্য গ'ল অস্তাচলে
হুইলা এন্ধাৰ ঘোৰ। তুমি বিনা কুৰু
গুৰিয়ালহীন হই বিপথ লইব,
কৰিবে অন্যায় ৰণ নেমানিবে কাৰো
ধৰ্ম্ম উপদেশ কিবা ন্যায়ৰ সঙ্গত।
ধৰ্ম্মবল পাণ্ডৱৰ অন্যায় হুইলে
নিশ্চয় মজিব আমি। তুমি হেন বিনে
অঙ্কুশবিহীন শত্ৰু। দেখায় বীৰত্ব
কৰি ধৰ্ম্মৰক্ষা তুমি দশদিন যুদ্ধে

ৰাখিলা কুলক দুয়ো। ধৰ্ম্ম অনুগত
ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ ধৰ্ম্মত তৎপৰ
অন্যায়ত পৰাঙ্মুখ সদা ন্যায়ব্ৰতী।
কিন্তু কৌৰব পাপিষ্ঠ, ন্যায় পথে অন্ধ,
কুৰুপতি কুলাঙ্গাৰ কুলৰ কণ্টক
দিলে বহু দুখ তেওঁ অনাথ পাণ্ডৱক।
আনিয়া নৃপতি মাজে পাঞ্চালনন্দিনী
যাজ্ঞসেনী মাক মোৰ চুলিত ধৰিয়া
পাপাশয় দুৰাশয় দুষ্ট দুঃশাসনে
অপমান লাজ দিলা জানাহা আপুনি।
সোঁৱৰোতে ফাটে বুক। তোমাতে বিদিত,
দিলেক অৰণ্যে বাসা পাণ্ডৱ সবাক,
কুট পাশা ছলে পাপী কৌৰব সমাজে।
যেতিয়া আছিলা বনে মম পিতৃ সবে
কৰিলাহা যত ফন্দি ৰাজা দুৰ্য্যোধনে
নাশিবলৈ সিবিলাকক বিনা অপৰাধে;
সমস্তকে জানা তুমি, মইনো কি কম?
সাধু নম্ৰমতি ধৰ্ম্মে ক্ষমিলা শতেক
পাপৰ নিষ্ঠুৰ কাৰ্য্য আৰু কত সব।
দুৰ্য্যোধন দুৰাশয়ে সবাক আগ্ৰহি
ঘটালা ভাৰত-যুদ্ধ ভাই বন্ধু মাজে।
দশদিন হৈলা যুদ্ধ সৈন্য ভিতৰত,
পৰিল অসংখ্য জন। এতিয়া ৰণত
যদি জিনে পাণ্ডৱক কুৰুৰাজপতি,
জানিবোহোঁ ধৰ্ম্ম নাই, পাপৰ প্ৰচাৰ।
হেন লয় মোৰ মতি অৱশ্য জিনিবে
অন্যায় সমৰে কুৰু, কোনে বাধা দিব?
অধৰ্ম্মাচৰণে তাক, স্ৰোতস্বতী স্ৰোত

বাৰিৰাই বহি যায় ভাঙ্গি নেয় তৰু
বিনা মহীধৰে কোনে বাধিবে পাৰয় ?
আজি সেই মহীধৰ ধৰাতলশায়ী।
শুনিছো গোবিন্দ মুখে তব বিজ্ঞবৰ
ইচ্ছামৃত্যু, নপাৰয় মাৰিবে তোমাক,
জিনিবে তোমাক কোনে ত্রিভুবন মাজে।
কিন্তু বৃদ্ধ পিতামহ! এতিয়া তোমাৰ
হেন দশা দেখি ৰণে, জানিলো বিশেষে
ছলিবলৈ পাণ্ডৱক তৰাশ্রিত জন,
কৰিছা আপুনি মতি। জগতে প্রকাশ
আপোন ইচ্ছাত হৈছে আপোন নিধন
কিবা দোষ কিৰীটীৰ কিবা শিখণ্ডীৰ ?
যদি ওখ শাল তৰু ধীৰ বতাহত
মলয়াই ধৰাতলে ঢলিয়া পৰয়
কেৱল বাঞ্ছিবে ইটো আশ্রয়ী লতাক
ভাগ্যহীনা। বৃদ্ধ আতা। দীপ্তিমান আশা
পাণ্ডৱৰ নুমাইলা। আজি তুমি বিনে
উঃ বিধিৰ কি বিপাক!" এই মতে ধীৰে
কওতে মনৰ কথা তেওঁৰ আগত
মুখৰ পোনলৈ চাই সজল নয়নে
ওলাল চকুৰ পানী, তিতিল সৰ্ব্বাঙ্গ।
পাচে উত্তৰিলা ভীষ্মে প্রবোধি তেওঁক
"জয়লৈ নাহিকে শঙ্কা বিজয় হবাহা
ধৰ্ম্মৰ সুফল বত্ন, জানিবা নিশ্চয়।
বাছাধন! জয় হৈছে উচিত বিধানে
এই যুদ্ধে পাব কুৰু অধৰ্ম্মৰ ফল।
যতো ধৰ্ম্ম ততো জয় গীতাত লেখিছে
কেতিয়াও মিছা নোহে শাস্ত্রৰ বচন।

কিয় এনে ভয় পালা, কি কৰিবে কুৰু?
বীৰবৰ পাৰ্থসুত। অন্যায় আচৰি
ডেৱয়ায় ধৰ্ম্ম যদি কুৰুৱে কৰে ৰণ,
বীৰমদে মত্ত হুই কিবা আশি বৰ
তেও ভয় নকৰিবা। কৌৰবক বধি
উৰিব বিজয়-ধ্বজা ধৰ্ম্মৰ আগত।”
ইতি শুনি পাচে ক’লা অৰ্জ্জুন-কোঁৱৰ
“তোমাৰ প্ৰসাদে মই নডৰাও কাকো।
দুৰ্য্যোধন এৰি যদি আহে দেৱৰাজ
ঐৰাবত আৰোহিয়া ধৰি বজ্ৰ কৰে,
কিবা দেৱ মৃত্যুঞ্জয় শূলপাণি হুই,
পিনাকী ৰূপেৰে কিবা দিয়ে আহি ৰণ
তেও তব পৰিনাতি নকৰোহো ভয়।
কি বস্তু কৌৰব ইটো আমাৰ আগত
কিন্তু হয় ভয় মোৰ অন্যায় সমৰ।”
সৌভদ্রেয় সম্বোধিয়া উত্তৰিলা বৃদ্ধে
“বীৰবৰ, নাই ভয় ইয়াত তোমাৰ।
অন্যায় বাটে খোজ ললে অচিৰে মৰিব
নিশ্চয় কৌৰব দল, ফান্দৰ হৰিণ
কৰিলে উজাৰ জানা লাগে বান্ধ টান
এৰাবলৈ দূৰে থাক। পাণ্ডৱৰ সিদ্ধি
ধৰাবন্ধা, যদি তৈতে কৌৰবে পেলায়
আগৈয়ে অন্যায় বাট, সিবাটে হুইব
অচিৰে পাপিষ্ঠ পাত বুলিলো তোমাক।”
এইদৰে আশ্বাসিয়া ভীষ্মে শিৰোপৰি
আশীৰ্ব্বাদ কৰি স্নেহে চাই তান পানে
মলচিলা চকুপানী বহিছিলা যেন
বজ্ৰময় হুই হাৰ নয়নৰ পৰা।

সেই সময়তে তাত গোবিন্দ সহিতে
মুনীন্দ্ৰ মানীন্দ্ৰ লোকে যোগীন্দ্ৰ তপস্বী
আহিলা নাৰদ হাতে বীণাযন্ত্ৰ লই,
গাই মুখে সুললিত মাধৱৰ গীত।
( আহা বীণা বাজনাত হৰে প্ৰাণ মোৰে
যিটো জনে ভাগ্যবলে শুনিবাক পাৰে।)
দেখি আথবেথ হুই জাহ্নৱীনন্দনে
দুজনাক প্ৰণামিয়া লৈলা পদৰজ।
কহিলা মধুৰ ভাবে চাই গোবিন্দক
"প্ৰভু! ই দাসক আজি দিয়া দৰিশন
পবিত্ৰিলা জীৱ-আত্মা, উদ্ধাৰ কৰিলা
ই পাপ কলুষ দেহ, পূৰ্ব্ব পুণ্যফলে।
ক্ষমা কৰা জগন্নাথ বিষ্ণু অৱতাৰ!
কৰিলো বহুত পাপ আহৱ কালত
মাৰিলো অসংখ্য শৰ গাৱত তোমাৰ
হুই খণ্ডে কৰা হেন সমৰৰ বেলি।
চাইছিলো হেৰা প্ৰভু। খড়্গৰ চকুৰে
আৰু গৰহিত কথা কতোৰা বুলিছো
সুঁৱৰি বিদৰে বুক। ধিক্ মোৰ কাম
ভাৰত-যুদ্ধত দেখা শপত ভঙ্গাই
ধৰালো তোমাক প্ৰভু চক্ৰ সুদৰ্শন।
কিন্তু তেও কওঁ নাথ! (ল'ৰা যদি হয়
দুষ্ট, কৰে অপৰাধ হাজাৰ হাজাৰ
জননীৰ, তেও মা, মা বুলি মাতিয়া
আহিলে কোলাক খায়, লয়হু কোলাত
মৰমেৰে! আজি প্ৰভু লইলো শৰণ
ই পাপী অধম নৰে মুক্ত মতিস্থলে।)
ভকতবৎসল তুমি ভকত অধীন

বিশ্বৰ কাৰণ হৰি জ্যোতির্ম্ময় দেৱ
জগতৰ পিতা নাথ ক্ষমা গুণশীল।
করুণানিধান ক্ষমা আপোনাৰ গুণে
শৰণাগতক দিয়া ঠাই পাদতলে;
কৰোঁহো প্ৰাৰ্থনা প্ৰভু, অন্তিম কালত
ৰৌক মোৰ চিত্ত হৰি তব ৰূপ চিন্তি।
কি ভাগ্য কৰিলে মোৰ ইটো পচা দেহে
ব্ৰহ্মাৰ বাঞ্ছনি তুমি মুমূৰ্ষ কালত
দেখিব পালোহো তয়ু চৰণ যুগল।”
এইৰূপে ভক্তিভাবে স্তৱিয়া তুষিলা
চিন্তামণি বাসুদেউক গঙ্গাৰ নন্দনে।
সন্তোষিলা নাৰদক ধৰি চৰণত
কাকুতি-মিনতি কৰি মাগি ললা ক্ষমা।
শ্ৰীহৰি তথাস্তু বুলি, তথাস্তু নাৰদ
ভৈলা দুয়ো অন্তৰ্ধ্যান। সেই সময়ত
তেওঁৰ লগতে হল ভীষ্ম মোহ-মায়া
অসাৰ সকলো লুপ্ত নিজ মন পৰা;
দিবাকৰ তেজে যেন পানীক শুষিলা
অলক্ষিতে প্ৰদীপৰ লগে গল ছায়া।
কৰি চিত্ত নিমগন চিন্তা নিগূঢ়ত
মুদিলা লোচন দুই ধৰ্ম্ম-পিতামহে।
সঞ্জয়ত সোধে নৃপ অন্ধ-কুৰুৰাজে
“অন্ধলাৰ চকু বাপু! কোৱা মোৰ আগে
কি কৰিলে ভীষ্ম ৰথী দশম দিনত
বিৱৰিয়া কোৱা মোত যুদ্ধৰ কাহিনী,
কি কৰিলে পাঁচ ভাই আৰু ৰাজা সবে
উচ্‌পিচ কৰে মন নুহি চিত্ত স্থিৰ,
ডেইপুৰি মাৰে জানো বিপদ শঙ্কোহোঁ

অকস্মাৎ আজি মোৰ নেজানো ঘটন'
তৱমুখে শুনি সব জুৰাবহোঁ প্ৰাণ,
আশায়ে ধৰিছো মই ইন্দ্ৰিয় বিহীনে।"
সঞ্জয়ে কহিবে লৈলা কাতৰ বচনে
"কি কম তোমাৰ আগে পুৰিছে অন্তৰ
মুখত নোলায় মাত। শোকে খুন্দা মাৰি
কৰিয়াছে কণ্ঠৰোধ সন্তাপিছে হিয়া
কিনো কম তোমাত মই বিপদৰ কথা।
মহীধৰ চূড়া আজি খহিয়া পৰিলা
পৱনৰ বাও লাগি। হইলা এতিয়া
দশম দিনৰ ৰণে, ভানুৰ অস্তত,
কৌৰৱ ভৰসা ভানু অস্তাচল চূড়ে।
ধৰাত পৰিল আজি কৌৰৱ পতাকা
উৰিছে পাণ্ডৱ-ধ্বজা বিজয় উল্লাসে।
কুৰুকুল চূড়ামণি ভাগীৰথীসুত
প্ৰতাপে আদিত্য প্ৰায় সমৰে কাৰ্ত্তিক
পৰিল ৰণত আজি অৰ্জ্জুন হাতত।
আমাৰ কথাত যদি প্ৰত্যয় নযোৱা
অসম্ভৱ বুলি তেন্তে কাণ পাতি শুনা
হাহাকাৰ কৰে বোল তৱ সৈন্য দলে।
ধূলিত লোটিয় সবে যত নৰপতি
হিয়াত মাৰিছে ভুকু কৰিছে ক্ৰন্দন।
শত ভাই দুৰ্য্যোধনে, গুৰু দ্ৰোণে আদি
হা ভীষ্ম হা ভীষ্ম বুলি কৰে শোকনাদ।
পতিৰ মৰণে যেন কান্দয় ৰমণী,
কিম্বা ৰক্ষ সৈন্যদলে আৰু লঙ্কাপুৰী,
কান্দিয়া কঁপাইছিলা সমস্ত লঙ্কাক,
শুইলা যেতিয়া শূৰ মেঘনাদ বলী

লক্ষ্মণ যমৰ হাতে ধৰাৰ উপৰ
সেইদৰে তব সৈন্যে কান্দিছে ভূপতি।
শব্দ শুনি নিদ্ৰা ভাঙ্গি দেখয় গৃহস্থ
যেন চাৰিপাশে অগ্নি, অগনিৰে বেৰ
চক্ খাই উঠয় ত্ৰাসে আতুৰ হইয়া
কাতৰে আটাস্ পাৰে মৰণ দেখিয়া।"
সঞ্জয়ৰ মুখে শুনি বজ্ৰ হেন বাণী
হাহাকাৰ কৰি শোকে মূৰ্চ্ছাত পৰিলা
কুৰুকুল বীৰ প্ৰভু। অনেক যত্নত
চেতন লভিয়া পাছে কান্দিয়া কান্দিয়া
সুধিলন্ত সঞ্জয়ত "কোৱা বাপু মোত
পৰিল ফাল্গুনী হাতে বিস্ময় শুনিলো
মহাযোদ্ধা অতিৰথী, ৰণবিশাৰদ,
একপাট শৰে যেই ত্ৰিভুবন জিনে
নাই যাৰ পৰাজয় ই তিনি ভুবনে
চিৰকাল জয় বিনা নুশুনিলো কাণে
দেৱতা-দানব মাজে পৰাজয় যাৰ
বীৰবৰ গঙ্গাসুত। বিস্ময় শুনিলো
হেন জনক পাণ্ডুপুত্ৰ অৰ্জ্জুনে জিনিলা
বাঘৰ হাতত যেন সিংহ পৰাজিল।
উঃ মোৰ বিধাতা! আজি কি বোলা সঞ্জয়
ভীষ্মৰ বিজয় যশ আদিত্য সমান
খদ্যোত সমান যশী পাৰ্থ আবৰিলা।
কহিয়ো বিস্তাৰ কৰি কিৰূপে নাশিলা
ভীষ্মক অৰ্জ্জুনে বলী সন্মুখ ৰণত।"
এই বুলি কান্দে অন্ধ পিতৃব্য সন্তাপে
প্ৰবোধ-পানীক দিয়া সঞ্জয়ে বুলিলা
"নৃপবৰ! গল নিশা কৃষ্ণ লগে কৰি

পঞ্চ ভাই পাণ্ডুসুতে বিৰস বদনে,
ভীষ্মৰ বীৰত্ব দেখি যেন হুতাশন
নৱম দিনৰ যুদ্ধে দিয়া জলাঞ্জলি
কুৰুক্ষেত্ৰে জয় আশা, দিয়া আহুতিক
ৰাজ্যলাভ ব্ৰত হোমে, হলা সমাগত
ভীষ্মৰ শিবিৰ মাজে। কান্দিয়া কহিলা
যুধিষ্ঠিৰ ভীম আদি ধৰি তেওঁৰ পাৰে
যত দুখ দিলা ৰাজা তোমাৰ কৌৰৱে
নৃপতি সমাজে লাজ। যুধিষ্ঠিৰ নৃপে
ধৰি পদ-যুগলত বিমৰ্ষ বদনে
খুজিলা বিদায় তান্ত চলিবে বনক।
দয়াৰ সাগৰ শান্ত শান্তনুনন্দন
সঞ্চাৰিয়া মনে দয়া সম্বোধিলা পাছে
"শুনা পাণ্ডুপুত্ৰ ধৰ্ম্ম! নকৰিবা দুখ,
নকৰিবা জয় শঙ্কা আমাৰ কাৰণ
ধৰোঁহো অখণ্ড বল, পাৰো যুঁজিবাক
যাবে চন্দ্ৰ-দিবাকৰ নিৰ্ভয় অন্তৰে
কিন্তু তব বাক্যে মই আজি হীনবল,
সুমৰি তোমাৰ দুখ শৈশবৰে পৰা
কৰিলো বীৰত্ব দূৰ। কহিলো নিশ্চয়
কালিৰ ৰণত পাৰ্থে আনিব ৰথত
দ্ৰুপদ ৰাজাৰ সুত শিখণ্ডীক তুলি।
নপুংসক দেখি মই সমৰ ঠাইত
নধৰিম ধনু-শৰ, নধৰিমো অস্ত্ৰ
আছে মোৰ অঙ্গীকাৰ জানিবাহা ধ্ৰুব
পৰিম যুদ্ধত মই ৰথ হন্তে খহি
ধৰণীত শৰোপৰি পাৰ্থৰ শৰত।"
এই বুলি আশ্বাসিয়া পাঁচ পাণ্ডৱক

কৃষ্ণক সাৱটা মাৰি কৰিলা সম্ভাষ।
চলিবলৈ আলোচিয়া বীৰচূড়ামণি
আপোন ইচ্ছাত পৰে সমৰত আজি
শৰাঘাতে মূৰ্চ্ছা প্ৰায় শৰৰ শয্যাত
আছে পৰি ৰণস্থলে চিন্তি নাৰায়ণ।
হইব যেতিয়া ভানু উত্তৰ অয়ন
(জীৰ্ণ বাহ এৰি যেন বনৰ চৰাই
বাহান্তৰে ঠাই লয়, সেইৰূপে বীৰে
এৰি পঞ্চভূত দেহ জাহ্নবীকোঁৱৰে
কৰিব পয়ান কালে অমৰ ভুবন
ধৰি অন্যৰূপ ভাল।) এতেকতে প্ৰাজ্ঞ
শোক পৰিহৰা জানি দৈৱৰ ঘটন।”
শুনি সব ইতিবৃত্ত অম্বিকানন্দনে
বিসৰ্জ্জিয়া চকুপানী বোলে সঞ্জয়ক
“অন্ধলাৰ লাঠী বাপু! মোক লৈ যোৱা
পিতৃপাশে অনাথক। মোৰ নিবেদন
নকৰিবা অবহেলা। কি কম তোমাক
বিধাতা কৰিছে মোক দুচকুবিহীন
নোৱাৰো চলিব নিজে, নোৱাৰো দেখিব
কেনেকৈ তেওঁক দেখি জুৰাম পৰাণ।
শোক-হুতাশনে মোক কৰয় দাহন
দুই হাত মেৰাই মই সাৱটি ধৰিলে
কিবা জানো পৰশনে শান্ত হোৱে প্ৰাণ!
বিধাতাই জন্মকালে নেলেখিলে ভাগ্যে
দেখিব ই দুৰ্ভগাই বাহিৰ পোহৰ
ভিতৰৰ পোহৰক হৰিলেক পাৰ্থে
নাশি ভীষ্ম পিতৃবৰ। হায়ৰে বিধাতা
তাৰ বিৰহত মই ধৰিম জীৱন।

নোৱাৰোহো ক্ষণোকাল কি কৰো উপায়
ত্যজিবোহো দেহভূত দিয়া জলাঞ্জলি
জীৱ আশা সংসাৰত, খাইয়া গৰল
কিবা জলে জাঁপ দিয়া নাশিম জীৱন।"
হা-হা পিতা বুলি তেন্তে মূৰ্চ্ছিত হুইয়া
ধৰাই ঢলিয়া পৰে অন্ধ মহাৰাজ।
অনেক যতন পাই সঞ্জয় বীৰৰ
কতোক্ষণে লভি জ্ঞান, বুলিলা তেওঁক
"হে সঞ্জয় প্ৰিয়তম! আমাৰ শপত
লোৱা মোক ধৰি তুমি সমৰ থানক
যি ঠাইত আছে পিতা।" অন্ধ নৃপতিৰ
এতেক শুনিয়া ধীৰ কৰিয়া সহায়
হাতে ধৰি লৈয়া গলা ভীষ্মৰ পাশক।
ৰণৰ ঠাইত ৰথী শৰৰ শয্যাত
শুইছে সুখেৰে তৈতে পাহৰি দুখক
যুদ্ধ শৰাঘাতোদ্ভৱ। থৈ তেওঁৰ কাষে
বুলিলা সঞ্জয় ধীৰে "শান্তনুনন্দন!
এই তব পিতা, নৃপ কুৰু-কুলপতি।"
হেন বাণী শুনি অন্ধে ব্যাকুলিত ভাবে
হা বাপ, হা বাপ বুলি ধৰিয়া সাবটি
কান্দিয়া অজ্ঞান হলা। কতোক্ষণ পিচে
চেতন লভিয়া ক'লা মুছি চকুপানী
"উঠা কুৰুকুলপতি পিতা ধনুৰ্দ্ধৰ!
বিসৰ্জ্জা অযোগ্য শয্যা হল কি বিৰতি
শুইয়া সদায় তুমি সোণৰ খাটত
আৰু তাক পৰিতেগি লভিছা জিৰণি
শৰাসন উপৰত। তব পদযুগ
সেৱিত সদায় জানা নৃপতি জনেৰে

সুৰৰ সহায় তুমি দেৱতাপূজিত
বৃহস্পতি গুৰু সম সদায় হুইছা
কুৰুৰ প্ৰধান মন্ত্ৰী, কুৰুৰ সহায়
কৌৰবৰ অলঙ্কাৰ, তৰাৰ যেনে জোন;
শুয়ায় কি তোমাক ইটো শৰৰ শয়ন?
আজি যদি ভাগৰিয়া দশম যুদ্ধত
কোৱা পিতাবৰ মই ধৰিলোঁ ভৰিত
কোন জনে সপিলাহা সেনাপতি-মালা?
কোন জনে দিলা ভাৰ ৰাখিব সমৰে
দুৰ্য্যোধন নৃপতিক সব ভাই সমে?
দুপৰ বেলিকা কিয় বহিলা পাটত
কৌৰবৰ জীউ-চকা, নেজানি তোমাক
যদি কোন দোষ কৰে মূৰ্খ শতভাই
আৰু কুলদেৱতাক কৰে অবহেলা,
হেন দোষ শতবাৰ ক্ষমিছা আপুনি
সৰ্ব্বগুণী তুমি পিতঃ ক্ষমাহীন কিয়
আজি হলা সিহঁতলৈ? কি দোষত দোষী
হলো অভগিয়া মই? এৰিলা আমাক
এৰিলে যেনেকৈ আগে ৰাজা দশৰথে
মৰমৰ পুতেকক নিৰ্ম্মৰম হই।
হৰি হৰি কিনো বিধি লেখে কপালত
কিন্তু সব পুত্ৰ-দোষ। (দুৰ্য্যোধন নৃপ
গজিছে বিষম তৰু আমাৰ ক্ষেত্ৰত
বংশৰ ঘাতুক সিয়ে বংশৰ পাগুন
দহে তাৰ বিষ-বহ্নি সব অৰণ্যক।)
হায় তাৰ দুৰাশাই ধৰাত শুইলা
তুমি হেন গুণনিধি। কৌৰব-গৰব
ৰঞ্জিলা আপোন কায় আপোন তেজেৰে

জীৱনৰ আশা এৰি। তব পিতৃবৰ
দেৱীগৰ্ভে অবতাৰ শান্তনু ঔৰসে
আৰু অপ্ৰমিত কৰ্ম্ম। জগতত খ্যাত
লৰাৰ কালতে তুমি দেখুৱাই গুণ
দিলা সুখে জলাঞ্জলি ৰাজ্যৰ ভোগত
পিতৃ মন তুষিবলৈ আৰু আনি ফুল্ল
পদ্মগন্ধা নামে নাৰী ভুবনমোহিনী
পূজিলা তেওঁৰ পদ। সংসাৰে প্ৰচাৰ
বংশ-ৰক্ষা হেতু নাথ নিমন্ত্ৰি ব্যাসক
উপজালা ই অন্ধক, বিদুৰ, পাণ্ডুক।
দুৰ্য্যোধন দুৰাচাৰে মন্ত্ৰী সমে মিলি
যেতিয়া পঠাইছিলা পুৰোচন আদি
পুৰিবলৈ পাণ্ডবক সদুপায় কৰি
অনাথক ৰাখিছোৱা। তুমি বীৰবৰ
নাশি শত দৈত্যেশ্বৰ নিৰ্ভয় কৰিলা
সৰগত সুৰসব, মৰ্ত্যত মানৱ।
ইসব মনত কৰি পালোঁ আগে ৰঙ
ইসব মনত পৰি পোৰে আজি প্ৰাণ।
পাপী কুলাঙ্গাৰ পাৰ্থে কি দোষত আজি
কৰে হেন গুৰুবধ! কি পিতা গুণনিধি,
তুলিলাতালিলা তুমি পাৰ্থ ভুজঙ্গম
কৰিবলৈ ই দংশন দুই মদে অন্ধ
ৰাজ্য, মান, ধন-লোভে কিনো পাপাধম?
হায়ৰে যাদব তই, দিলি হেন বুদ্ধি
কংস বধি মতিচ্ছন্ন! নাশিম দুয়োক
দিয়া শাপ মই আজি অন্ধ বুদ্ধিবল।”
এইৰূপে বিলাপিয়া অন্ধ নৃপমণি
তুলিলাহা সোঁও হাত শাপ দিব মনে

ভৰিলাহা কৰতল চকু লোতকেৰে।
দেখি অৱশেষে, ধীৰে গঙ্গাৰ নন্দনে
গঙ্গাজল যেন গতি গম্ভীৰ শব্দত
উত্তৰিলা ধীৰে ধীৰে প্ৰবোধি তেওঁক।
"বিজ্ঞবৰ অম্বিকেয়! কি দোষত তুমি
শাপিবাহা অৰ্জ্জুনক, শাপাহা কৃষ্ণক
অপৰাধশূন্য দুইকো, জানাহা আপুনি।
নিয়ত সদায় ঘূৰে বিধি-বান্ধনিত
আৰু হৰে প্ৰাণী-প্ৰাণ সময় পৰিলে
ইতো ভৱ সংসাৰত। কি ফল পাইবা
দিলে ঠাই অন্তৰত শোক অগনিক।
বীৰৰ কৰিছোঁ কাম হৰুৱাম প্ৰাণ
সুযোগ্য ই শয়নত। কিন্তু কওঁ নৃপ
শোকে হিয়া জ্বলে দেখি ৰাজা দুৰ্য্যোধন
এশ ভাই সৈতে মজে আৰু নৃপগণ
কুবুদ্ধিৰ পৰশনে। দেখা অলপতে
দুৰ্য্যোধন দুৰাচাৰী কৰে বংশনাশ
নেৰাখিব তব কুলে কোন একজন
কৰিবে অন্তত মুক্তি। জানা নৃপবৰ
মই হেন জনো যদি দেখা, নোৱাৰিলো
কৰিবে কৌৰৱ-হিত, জিনিব পাণ্ডৱ
ইতোকাল সমৰত আৰু কি কোনোৱে
সাধিব পাৰিব তযু কুৰুকুল হিত?
অতি ৰথী পাৰ্থবীৰে আপুনি শ্ৰীহৰি
যেই পোনে ভৰ দিয়ে কোনেনো পাৰিব
দাণ্ডিব সি গুৰুভাৰ? শুনা নৰপতি!
হেনৰূপে কতোমতে বুজালোঁ আপুনি
দুৰ্য্যোধন পুতেৰক কিন্তু নুশুনিলা

শকুনি কর্ণৰ মন্ত্রে ভগা মন হই
হাওনাই যেনেকৈয়ে ধৰিব জোনক
কৰয় দুৰন্ত আশা, কৰিছে পুতেৰে
ইতো বৰ দূৰ আশা। এতেকতে কওঁ
মিছা হে গান্ধাৰীপতি। হেন পুত্ৰ লাগি
কৰিছা ভাবনা তুমি। যেন হীন জন
তোমাক কি জুৱায় ইতো হীন কামে?
সংসাৰে সম্বন্ধ মাত্ৰ পিতা পুত্ৰ বুলি
নহয় কোনো কাৰো, পালেই বিকৃতি
এই নৰ তনু দেহ। কেৱল জানিবা
আছে বন্ধু নাৰায়ণ সকলৰ পিতা,
অন্তে মুক্তিদাতা দেৱ। তেওঁতে সমৰ্পি
চিত্ত-মন নৰপতি, সংসাৰ-ভাবনা
মোকলাহা মনবন্দী মোহবন্ধপৰা।
আতঃপৰে কওঁ শুনা হুইব যেতিয়া
উত্তৰ অয়ন সূৰ্য্য, সুলগ্ন মিলিব
এৰিম ই ভৱদেহ, কৰিম গমন
আপোন ঠাইক মই।" এইৰূপে তৈতে
প্ৰকাশিয়া মন ভাব সুজন দুজনে
লইলা বিদায় অন্ধে। অৱশেষে তেওঁ
সঞ্জয়ৰ হাতত ধৰি চলিলা গৃহক।
কুশ আসনত বহি অম্বিকানন্দন
কাষৰত বহুৱাই ধীৰ সঞ্জয়ক
কৰি শোক আলাপন পাতলালা শোক।
সেই সময়তে সতী স্বামীক পৰাণী
গান্ধাৰ ৰাজাৰ সুতা ব্যাকুলিতা মতি
চিন্তি মনে পুত্ৰ লাগি, আলোথালো গতি
আহিলা স্বামীৰ কাষে, পৰি পদ যুগে

দণ্ডবিলা ভক্তিভাবে। বিধুৰ বদন
আগুৰি সুন্দৰী আজি শোক-ওবণিৰে
বহিয়া ৰজাৰ পাশে ৰজাৰ নন্দিনী
ধৰিলা মৃগেন্দ্ৰ শোভা মৃগেন্দ্ৰৰ সনে।
এৰিয়া দীঘল শ্বাস পাচে অন্ধৰাজে
মুছিয়া মুক্তাৰ হাৰ যেহেন লোতক,
সঞ্জয় সম্বোধি ক'লা, "কোৱা বীৰবৰ!
কেনেকৈনো পাম ৰক্ষা ই দেহ শোকত?
দহিছে অন্তৰ মোৰ, নোৱাৰোঁ সহিব
শোক-বৈশ্বানৰ তাপ। ভীষ্মৰ কথাত
তুমিও শুনিলা কাণে, সিতো কাল বাণী,
অগনিৰ আগ যেন সোমে মোৰ কাণে।
সমুচিত কোৱা বাপু জ্ঞানত পাৰ্গত
কি অন্ত উপায় আছে ই বিপদ কালে।"
বৰ্ষি হিত উপদেশ মধুধাৰ সম
উত্তৰিলা ধীৰে ধীৰে সঞ্জয় মহন্তে
"নিৰুপায় ময়ো নৃপ তব পুত্ৰ লগে
জ্ঞান-চকু মুজিয়াছে, দিনতে এন্ধাৰ
কাণ থাকোঁতেও কলা, যত হিতবাণী
দিবা তুমি দিম মই, দিছে প্ৰাজ্ঞবৰ
ভীষ্মদেৱে, গুৰু দ্ৰোণে, ব্যাস মহৰ্ষিয়ে,
জানো মই সবিশেষ; শুনিছা আপুনি
তাৰ যি দন্তালি কথা, হুইছে বলিয়া
পাই কৰ্ণ কাণ কথা শকুনি মন্ত্ৰণা
শুনে ভক্তিভাবে তাক যেন গুৰু কথা
ভক্তে সব পাছ কৰি। আসন্ন কালত
হেলি যেন মহৌষধি ৰোগী বাঞ্ছা কৰে
বিষৰূপী পায়সান্ন। তথাপি নৃপতি

আপুনাত ইবেলাত এক কথা কওঁ
ভীষ্মবাণী আছে শুনি, সমৰ ঠাইত
তব পোৱে আজি নৃপ আনিয়ো মতাই
তব কাষে দুৰ্য্যোধনক। জনক-জননী
কোৱা দুয়ো বুজুৱা প্ৰবোধ বাক্যেৰে
মিলোক পাণ্ডব সনে দিয়া পাঁচ গাঁও।
নুমাওক ৰণ-অগ্নি, থাকোক সকলে
ভালে ভালে বিনা দ্বন্দ্বে। আৰু জ্ঞানীবৰ
মাতি আনি ধৰ্ম্মপুত্ৰ ধৰ্ম্মনীতি মতে
বুজোৱা, হওক শান্ত, দিয়ক শান্তি দান।
মতোৱাই বৃকোদৰ, কৰিয়া সম্ভাষ
চোৱা ক্ষমা সব দোষ সাধু বচনেৰে।
অৰ্জ্জুনৰ হাতত ধৰি চেনেহৰ মাতে
খোজা এই ভিক্ষা তুমি। আদৰে মৰমে
পাণ্ডব সবাৰ লক্ষ্মী স্বামীৰ পৰাণী
ধৰি যাজ্ঞসেনী হাত, মূৰ খুণ্ডি চায়
চোৱা সব দোষ ক্ষমা আৰু নৰপতি
সাদৰে বান্ধাহা তুমি মোকলা কেশক
দেখি সদা জ্বলি যাক হিয়া পাণ্ডবৰ
আৰু জ্বলে সমৰাগ্নি। জানিবা বিশেষে
দ্ৰৌপদীৰ তুষ্টে তুষ্ট হুইব পাণ্ডব
সুখী যেন ডাল-পাত গোৰে পানী পালে।
এই ৰূপ আচৰিলে সাধু ধৰ্ম্ম সুতে
হব তব প্ৰতি তুষ্ট। এনেকৈ বুজালে
সতী শান্তি মনে মানি তযু মুখ চাই
ক্ষমিব সকলো ৰাজা। আন সদুপায়
ইহেন কালত মই নেহেৰোঁ আছয়
জগতত, তব বংশ ৰক্ষা হেতু নাথ।”

শুনি উত্তৰিলা তেন্তে গান্ধাৰকুঁৱৰী
"বাৰু বাৰু গুণমণি বুলিলা সঞ্জয়
মোহৰ মনৰ কথা, শুনিছো এতেক
সদায় মনত মেয়ো বংশ ৰাখিবাক
নুমাবলৈ সমৰাগ্নি পুত্ৰ-নাতি নাশি।"
শুনি হেন বাণী ভূপে দুইকো সম্বোধি
"ভাল যি যি ক'লা তুমি মোৰ মনোমত
কিন্তু কালে ধৰে যাক সি কি বুজে ভাল।
মদে মত্ত অন্ধ নৃপ কুপুত্ৰ আমাৰ
যেন দশমুৰী ৰজা লঙ্কাৰ ঈশ্বৰ
নুশুনিলা কোন কথা ভাই-তিৰোতাৰ
কৰিব পীৰিত তেওঁ ৰাঘবৰ লগে
দিয়া ৰাঘবৰ ধন। জানাহা প্ৰেয়সী!
কত মতে শতবাৰ বুজালো তেওঁক
কিন্তু সবাক অবহেলি কৰিছে সমৰ।
নেমানিব কোন কথা তথাপি বাৰেক
সঞ্জয়ৰ কথা ৰাখি গান্ধাৰীৰো মত
যেনে আলোচিলা দুয়ো, বুজাম তেওঁক।
এইদৰে তিনি প্ৰাণী কৰিয়া যুগুতি
মাতি ৰাজা দুৰ্য্যোধনক পঠালা কটকী।
ৰাজ আদেশে ৰথ গৈ চপলাৰ গতি
আনিলাহা নৃপতিক। আহি দুৰ্য্যোধন
সোনকালে দণ্ডবিলা জনক-জননী,
ললা পদৰজ মূৰে। কৰি ভক্তি ভাব
বিনয়কৈ কলা নৃপে পিতৃক সম্বোধি,
"আজ্ঞা কৰা গুৰুদেব! ধৰো চৰণত
যি মনে কৰিছা তুমি, এই অধীনৰ
তবাদেশ, পিতাদেউ শিবৰ ভূষণ।







মনৰ বাঞ্ছিত সিতো, কৃপাৰ চকুৰে
বিবৰিয়া কোৱা মোত।” শুনি অন্ধৰাজে
আশীৰ্ব্বাদি পুত্ৰস্নেহে কবলৈ ধৰিলা।
“শুনা দুৰ্য্যোধন বাছা! হৃদয়-তিলক
গুণমণি নৃপবৰ বিদ্যাবিশাৰদ
তিনিও লোকত তুমি ফলিকৰ গুণে
সৰ্ব্বদৰ্শী ভূপ, বাছা, জানা অহা-যোৱা
যি হুইব, যি হৈ আছে। মোৰ দুৰ্ভগেৰে
দেখিছা আপুনি নৃপ, বীৰ ৰথী ইন্দ্ৰ,
ইন্দ্ৰে যাক কৰে ভয় পৰশুৰ ত্ৰাস
পৰিছে ৰণত আজি পাৰ্থৰ হাতত
গোবিন্দ সহায় পোৱা। আন কোন জনে
থিয় হব পাৰে ৰণে। সোধা গুৰু দ্ৰোণে
কৃষ্ণৰ সহায়ে পাৰ্থ যেন বৈশ্বানৰ
পবন সহিতে মিলি ই তিনি ভুবন
নোৱাৰে কি নিমিষতে কৰিবে দাহন
জিনিবাক অনায়াসে দেৱতা, গন্ধৰ্ব্ব
দৈত্য, নৰ বস্তু কোন? আজি সমৰত
দেখিলা অজেয় যিতো হল পৰাজয়।
এতেকতে কওঁ বাছা! হিত উপদেশ
কুৰুবংশ ৰাখিবলৈ তব ভাল হেতু
নেলাগে কৰিব ৰণ নৃপ-সৈন্য নাশি।
আৰু জানা বাছাধন হীনলোভী তাৰা
নোখোজয় পৃথিবীক, নোখোজয় ধন,
নেমাগয় পুত্ৰ-ভাৰ্য্যা, নবাঞ্চয় মান
দিলে মাত্ৰ পাঁচ গ্ৰাম সন্তুষ্ট হোৱয়
সুমায় ৰণৰ জুই; পায় সবে ত্ৰাণ
অকাল মৃত্যুৰ পৰা। অবশেষে তৈতে

মলিয়া মুখেৰে আতি গান্ধাৰী শ্ৰীমতী
ইন্দুনিভাননা সতী, পূৰ্ণিমাৰ জোন
আবৰিত কুঁৱলীত জাবকালি জোন
পুত্ৰৰ মূৰত ধৰি বুলিলা বচন।
বাছাধন দুৰ্য্যোধন! মোৰ মণিমন
শুনিলা পিতৃৰ বাক্য। মোৰ নিবেদন
তব যশ বিৰাজিত জগত মাজত
পিতৃবাক্য অবহেলি নেৰাখা কলঙ্ক
তব যশ বিৰাজিত কৰাহা উচিত
পিতৃ নাম ৰক্ষা হেতু; ৰাঘৱ ভিখাৰী
এৰি গৈয়া ৰাজ্যধন খপিলা বনত
দি সুখত জলাঞ্জলি যৌবন কালত।
মাতৃ সম গুৰু নাই সংসাৰ ভিতৰে
সদায় চৰণ যাৰ পূজিবে উচিত,
হেন জনে কৰে ঘাত পিতৃ-বাক্য ৰাখি
ক্ষেত্ৰ-কুল বংশহাৰী পৰ্শু-অবতাৰ।
এতেকতে কওঁ বাছা! সুবিজ্ঞ সুধীৰ
গুৰুজন বাক্য ৰাখি, কৰাহা উচিত
উজ্জ্বলিবে কুৰুকুল, উজ্জ্বলিবে নাম।
গৰল জ্বালাত যেন তলমুখী ফণী
শুনি শাপৰিয়া-মন্ত্ৰ দ্বিগুণ জলিলা
খঙে, ৰাজা দুৰ্য্যোধন শুনি হেন বাণী
প্ৰপীড়িত ক্ৰোধভৰে নোৱাৰি আৰু
ধৈৰ্য্যক ধৰিব, ক'লা কৰি চক্ষুযুগ
ওৰফুল যেন, কঁপাই গা জলদ গৰ্জ্জনে
নিঠুৰালি কথা দুইকো। পিতা গুৰুদেৱ!
সদায় মন্ত্ৰণা তব, সদা মন চিন্তা
কেনেকৈ শত্ৰুক দিবা গুণাহা সততে

ধৰণীৰ ছত্ৰ-দণ্ড ৰাজসিংহাসন।
ধিক্ ধিক্ জীৱ মোৰ ধিক্ বীৰত্ব
কুৰুসভা মাজে যেই কৰিছোঁ শপত
বধিম পাণ্ডৱ নৈবা মৰিম সমৰে।
মম ইষ্ট মন্ত্ৰ এই জানিবা নিশ্চয়
নোৱাৰো লঙ্ঘিব মই ক্ষেত্ৰিয়ৰ নীতি।
বেজীৰ আগত যেন ধৰণীৰ ঠাই
আগুৰিবে পাৰে তাক কিবা পাঁচ গাঁও
নিদো পাণ্ডৱক মই, কৰিছোঁ শপত
এশবাৰ সভা মাজে। থাকোঁতেই প্ৰাণ,
ইয়াৰ অন্যায় পিতা কুবুদ্ধি যতেক
কৰি চোৱা, নধৰিম, নিদিও জলাঞ্জলি
লাজ, নিন্দা, অপমানে ৰাজাৰ মাজত
নেৰাখিবো পিতৃকুলে অখ্যাতি অপাৰ
আপোনিয়ে ভঙোৱায় আমাৰ শপত।
পিতামহ অতিৰথী ৰণত কুশল
মায়াত ভুইয়া বন্দী পাঁচ পাণ্ডৱৰ
বিসৰ্জ্জিছে নিজ প্ৰাণ। জানিব নিশ্চয়
আপুনি পৰিছে ভাঙ্গি সুমেৰুৰ চূড়া
নহে ইতো বায়ুবল চূড়া খহাবাক।
কিৰূপে জানিবা পিতা মোৰ যত বল,
ধৰয় যতেক বীৰ কৰ্ণ সখি মোৰ,
শিক্ষাগুৰু দ্ৰোণাচাৰ্য্য ৰণত পণ্ডিত
দিছে পাণ্ডৱক যেয়ে ধৰিব ধনুক
আৰু যত ৰণশিক্ষা, টঙ্কাৰিলে ধনু
কম্পবান ত্ৰিভুৱন, পৰশুবিজেতা ;
শৈল শূৰ, অশ্বত্থমা, আশ্চৰ্য্য কৌশল
কৰে যুদ্ধ ভয়ঙ্কৰ ৰণত পাৰ্গত

পিতা-পুত্র দুইজন দুইয়ো সমান ;
কৃপ, কৃতবর্ম্ম আদি জগতবিদিত,
একে ৰথে চৰি তেওঁ জিনিব পাৰয়
সুৰাসুৰ বীৰদল পাণ্ডৱক কি ডৰ ?
ভগদত্ত, সোমদত্ত, দুৰ্দ্দান্ত ৰণত
অযুত হাতীৰ বল যি জনাৰ বাহুত ;
ভুৰিশ্ৰবা, জয়দ্ৰথ, শকুনি দুৰ্জ্জয়
ই সব থাকোঁতে মই পাণ্ডৱক সেৱিম,
এৰি দিম ৰাজ্য-ধন মিলন খুজিম
ধিক মোৰ কুল নাম, ধিক মম যশ !
জীয়াই থাকোঁতে মই লৈবোহো কুযশ,
ক্ষত্রিয়ৰ কৰ্ম্ম ইকি ক্ষত্রিয়ৰ ধৰ্ম্ম
থাকোঁতে পৰাণ মোৰ পাণ্ডৱক নেচাম
দয়াৰ চকুৰে মই। জানা পিতাদেৱ !
শিল আঁক ভীম-বাক্য হৃদিমাজে জ্বলে,
যি বুলিলা বৃকোদৰ সভাৰ মাজত
দুঃশাসন বুকু ফালি বধিব পৰাণ
খাইব কলিজা ভাঙি, কৰাইব স্নান
দুঃশাসন-বুকু তেজে, যাজ্ঞসেনী কেশ,
খোজয় ভৰিৰে পাপী গোছকি ভাঙিব
অমৃতৰ কলহক ই কি সয় প্ৰাণে !
কুৰু-সভা মাজে বীৰে কৈলা অঙ্গীকাৰ
ভাঙিব আমাৰ ভৰি গদাৰ কোবত
সেৱে যাক নৃপতিয়ে। ৰজাৰ সভাত
পাই লাজ ঘোৰ মই মৰণ সমান,
কৰিয়াছোঁ যি শপথ ভাঙিম কি তাক !
ক্ষত্রিয়ৰ ধৰ্ম্ম পিতা সমৰ প্ৰধান

মিলন সাধুক শুৱায় বিনয় স্বকৰ্ম্মে
হীনজনে জানিবাহা। ইটো সমৰত
বিশেষতো যেতিয়াই হৈছে আগভৰি
কি লাজে ফিৰাম মুখ নুমাম অগনি
এৰি বেশ সমৰৰ, কি লাজে পিন্ধিম
মাণিক্যখচিত চূড়া ৰতনগঠিত
ৰাজচক্ৰবৰ্ত্তী যেই কৰে সুশোভন
কৰি হেন হীন কাম। জানা বিজ্ঞবৰ!
উপজিলে কাল আছে জগতে জানয়,
তাক ডৰি অপযশা কৌৰব বংশক
উচিত কি কৰ্ম্ম মোৰ? এতেকতে পিতা
এৰি দিয়া হেন আশা। ঘটোক আমাৰ
বিধিৰ লিখন যেই তব মম সাধ্য
নোহে তাক গুছাবাক।” এই বুলি নৃপ
খণ্ডভাবে দণ্ডবিয়া পিতৃ-মাতৃ পদ
গুচি গ’লা ক্ষেত্ৰলৈকে সমৰ ঠাইক।

দেখি আহি ভীষ্মবীৰ নাৰদ সুমতি
শুনিব লাগিলা মনে পৰিয়াছে ৰণে
শান্তনেয় অতিৰথী। শোকৰ ভাৰতী
নেজানয় ভবজায়া সহিতে মোহৰ
বহু দিন দেখা নাই, বহু দিন পৰা
তেওঁ নেদেখে পোক, যেই দিন হন্তে
শিকাই অস্ত্ৰৰ বিদ্যা অমূল্যৰতন
বীৰলোক ক্ষত্ৰিয়ৰ সপিলে তেওঁক
জন্ম দিয়া শান্তানুক। এতেক শুনিয়া
সিদ্ধিমনা মুনিইন্দ্ৰ নাৰদ তপস্বী

Scanned by TapScanner

দেৱবাদ্য বীণা-যন্ত্রে চন্দন লগাই
সুস্বৰে বান্ধিলা লয়, কৰি কৰে দেৱে
গাইলা মধুৰ গীত ললিত ভাষণ।
পঞ্চানন পঞ্চাননে যেন দ্ৰবিলেক
গোলকৰ ঈশ্বৰক লক্ষ্মীৰ কান্তক।
গাই গীত সুললিত ব্ৰজমাজে যেন
হৰি হৰে গোপী-মন কদম্ব তলত,
নিকুঞ্জবনত কিবা শৰতৰ নিশা
বজায়া সুমধুৰ ভুবনমোহিনী
চিতলাই মুৰুলীক। সময় বুজিয়া
গাইলা দ্বিৰেকে গীত গুণ গুণ স্বৰে,
নাদিলা ময়ূৰদলে, গিৰি গহ্বৰত,
কুউ কুউ মাতে মাতি চৰাই কুলিয়ে
মোহিলা শুনাৰ মন, ঝকাৰি কানন।
আনন্দেৰে বিকাশিয়া চিত্ত ব্ৰহ্মাসুতে
পালা গই উপকূল, যি ঠাইত সতী
ভৱজায়া ভৱানীয়ে গম্ভীৰ বেগেৰে
পবিত্ৰকৈ সাগৰীক গৈছে সাগৰক।
দেখি সতী হৰ্ষৰূপী ইন্দুনিভাননী
অন্তৰত হাসি আৰু দ্বিৰূপ ৰূপসী
তপত সোণাৰ বৰ্ণ, উজ্জ্বলিনী দেৱী
সিংহাসন চাৰিদিশ পোহাৰিয়া তৈতে
উঠিলাহা আথেবেথে। হৰিষ মনেৰে
সাদৰিয়া আগবাঢ়ি ধৰি কৰযুগে
স্নেহভাবে, মুনীন্দ্ৰক বহালা কাখত।
মিষ্টভাষী নাৰায়ণী সুধিলা তেওঁক
স্বশুভ, অমৰাবতীৰ। পিছত কহিলা:
"কিৰূপে আছয় কোৱা নাৰদ তপস্বী

মম মণি-মন-ভীষ্ম অয়স্কান্ত ধন।
মহাপাপে নবলোকে নবক ভজিয়া
যি তাপ পাইলোঁ মই পাহবিলো তাক
পাই হেন পুত্রধন, যেহেন অমব
সুধাভাণ্ড পাই সবে পাহবিলা সব
বিষজ্বালা বাসুকিব, বিষম পোবণি
কালকূট বিশ্বনাশী জলজ বিষব।
এতেকতে দেউ কোৱা তাব শুভ বার্ত্তা
জুবাওৱা চিত্ত মোৰ আকুলিত চিন্তি
সেই চিন্তামণি।” সবাকাব শুভ কৈয়া
নাবদ তপস্বী শেষে “হা ভীষ্ম” বুলিয়া
এবিলা দীঘল শ্বাস, কলা জাহ্নবীক:
“সর্ব্বময় ত্রিকালজ্ঞী জানাহা আপুনি
তথাপি বিবঞ্চি দেবী সুধিলা যি মোত,
শুনা কওঁ আপুনাত বাণী নিদাৰুণ।
কিন্তু মোৰ মুখহন্তে বীৰব জননী
নোলাৱয় দুঃখ-কথা, বিদাৰিছে বুক
কিবা গাম তব আগে? বিষম প্রতাপে
কুৰু-পাণ্ডবৰ মাজে কুৰুক্ষেত্র ঠাই
ঘটিছে সমৰ ঘোব সব নৃপ মাজে
সংহাৰিয়া দুই পক্ষ। কুৰুকুলপতি
নৃপশ্রেষ্ঠ দুৰ্য্যোধন তব নন্দনক
ইহেন ভীষণ ৰণে বীৰ নৃপ ত্রাসে
পাতিছিলে সেনাপতি। পালিয়া শপথ
পীড়িলা পাণ্ডবসৈন্য দশদিন বীৰে
কৰি ঘোৰ ৰণ তেওঁ কেশৰী ৰণত।
কিন্তু শেষে দশমত দশমী দশাত
পৰিয়াছে তব সুত। তেওঁ অবিহনে

কুৰুৰাজ অহীৰথে হৰুৱালে ধন
আপোনাৰ শিৰোমণি।” এতেক শুনিয়া
ভবজায়া ভীষ্মমাতা কান্দিয়া ব্যাকুলা
কতোক্ষণ মচিলা জল মুখে সতী
গদ্‌গদ্ বাক্যোচ্ছাৰি সোধে নাৰদত
(আহা হেন সময়ত কবি টলবল
মুক্তামণিধাৰ পানী গুলমি পৰিলা
ওখ যুগ কদম্বত, তিয়ালা ধৰণী)
“কি বুলিলা মুনিবৰ! পৰিল ৰতন
মোৰ গুণাধিক সুত পাণ্ডৱ হাতত!
আছয় কি হেন বীৰ ধৰি ধৰণীয়ে
জিনিলেক অতিৰথী মম নন্দনক,
যাক কাচায়িলোঁ দেৱবিদ্যা অলঙ্কাৰে
যেন পূৰ্ব্বকালে মই কাৰ্ত্তিক সুতক
প্ৰিয়তম সাদৰেৰে কৰিলো ভূষণ,
শিকাই অমৰ বিদ্যা, ৰণচণ্ডী ৰূপী
পঠাইলো দেৱমাজে? হেন বীৰজন
পৰাভৱ পৃথিৱীত আচৰিত কথা!
কিৰূপে হাৰিলা বীৰ কিৰূপে পৰিলা
নৃপতিসমাজ ত্ৰাস ক্ষত্ৰিয় ৰণত,
বিৱৰিয়া কোৱা মোত।” দেৱীবাক্য শুনি
উত্তৰিলা বীণাধাৰী যেন বীণাসুৰেঃ
“যি কহিলা নাৰায়ণী সকলোৱে সঁচা।
নাই ধৰণীৰ মাজে হেন কোন জন
নাশিব তোমাৰ সুত, গুৱাৰ শৰত
ৰণে যেন কাৰ্ত্তিকেয় প্ৰতাপে বিষম।
তোমাৰ নন্দন সতী ধৰ্ম্মপৰায়ণ
দুৰ্য্যোধন অনুৰোধ নোৱাৰি এৰাব

কৰিয়া শপথ বীৰে দশদিন যুদ্ধ
ধৰ্ম্মৰ বিপক্ষ হুই ইচ্ছাৰ বিৰুদ্ধ
প্ৰপীড়িলা পাণ্ডবক। নয় দিন যুদ্ধে
মাৰি দিনে অযুতেক পাণ্ডব দলৰ
দশম দিবসে পৰে জনাই সঙ্কেত,
আগদিনা ৰাত্ৰি ধৰ্ম্মক নিজ মৰণৰ।"
এই ৰূপে ক'লা ভাঙি বিবৰণ,
যি ৰূপে আনিলা ৰথে পাপী শিখণ্ডীক
মহাধনুৰ্দ্ধৰ পাৰ্থে; যি ৰূপে পৰিলা
বীৰচূড়ামণি ভীষ্ম। এতেক শুনিয়া
পুত্ৰ নিধনত সতী যেন কলগছ
পছোৱা বতাহ লাগি কৰি চাটিফুটি
পৰে হালি ধৰণীত। হইলা নীৰব
হা ভীষ্ম বুলিয়া তৈতে ভীষ্মৰ জননী
ঢলিয়া পৰিলা ধৰা আচোৰ খাইয়া।
কতোক্ষণ মূৰ্চ্ছাগতা নীৰবে ৰহিলা।
ধৰণীত পৰি সতী শোভাক পাইলা
মলিন মুখেৰে তেওঁ মেঘ উপৰত
চন্দ্ৰমাৰ ৰেখা সম। মনেৰে কান্দিলা
দাসীসবে চাই দুঃখে ঠাকুৰাণী মুখ
বীণা, তানপুৰা বাশী মৃদঙ্গ মুৰজ,
সবাক পেলাই থৈয়া। লভি জ্ঞান পিছে
বিষ্ণুসুতা শোক-দুঃখে কান্দিলা বিনাই
বৰ্ণিয়া ভীষ্মৰ গুণ। অবশেষে সতী
যেন সিন্ধুমুনি-বধে সিন্ধুৰ জননী,
হাত তুলি দিলা শাপ সজল নয়নেঃ
"যি তাপ দিলিহি তই পাণ্ডুৰ নন্দন
ৰথীইন্দ্ৰ পাৰ্থবীৰ! হৰি পুত্ৰধন

মোৰ, হৰুৱাই তই তোৰ গুণাধিক
চকুৰ পোহৰ মণি সমৰ-মাজত
পাইবি বিষম শোক। লোতক আমাৰ
দুই একপাট শৰ বধিব সমৰে
তোক দুৰাচাৰী এবে।” শাপি অৰ্জ্জুনক
লভিলা সুস্থিৰ সতী। নাৰদ সুধীৰে
বুজাইলা কতোমতে শাস্ত্ৰৰ বচনে।
এইৰূপে দুই জনে জাহ্নবী-নাৰদে,
কৰি বহু আলাপন, বহু দিন পৰা
দুই আজি দেখাদেখি। অৱশেষে মুনি
তেওঁত বিদায় লই ভোৰৰি চলিলা
ভোমৰা যেন শূন্যলৈকে। সেই সময়তে
চলিলা পাটলৈ চকা, এন্ধাৰ হুইলা॥

**অভিশাপ সৰ্গ সমাপ্ত**

Scanned by TapScanner

## দ্বিতীয় সৰ্গ

আহিয়া ৰজনী দেৱী মনোহাৰী বেশে
আগুৰিলা কুৰুক্ষেত্ৰ, আবৰিলা ধৰা
আঁতৰাই ৰশ্মিজাল আগুবাণ দিয়া।
পিন্ধিলা ভালত ভাল ভেল্‌কী লগোৱা
চান্দ-সিন্দূৰৰ ফোটা। অপৰূপ ৰূপে
ৰূপৰ টোপেৰে তৰাবোল ভূষিলাহা
নীলবৰ্ণ আকাশক। বহিয়া মলয় বাও
ধীৰে ধীৰে, দেহী-দেহ কৈলে সুশীতল।
ফুলিলা নিশাৰ ফুল সুশোভিলা ধৰা
সুগন্ধিলা সব ঠাই মুহিয়া গন্ধেৰে।
পৰ্ব্বত-গুহাত সি সময় ধনী দেৱী
টোপনিৰ পৰা সাৰ লভিয়া উঠিলা।
ঝৰ্ঝৰে নিঝৰা বলা। মিঠা বাও মাতি
বহু বিধ বিহঙ্গমে গাইলা মধুৰ
মাতি স্বৰে বহু বিধে, জোঁকাৰি কানন,
হৰিলা সবাৰো মন। শব্দ, সুশোভাৰে
ৰজনী ৰমণী দেৱী দিয়া দৰিশন
আনন্দিলা কাণ-চকু বিমোহিলা প্ৰাণ!
দুৰ্য্যোধন নৰপতি দুকুল পৰাণ,
ভাবিচিন্তি পিতৃবাক্য বিৰস মুখেৰে
বাৰিষাৰ মেঘ যেন গোদলা ভাৱেৰে
আহিলাহা ক্ষেত্ৰলৈকে। পাটীত বহিলা,
চিন্তাকুল হুই তেওঁ লাগিলা গুনিব
নেপাইয়া সুখ-শান্তি। অৱশেষে নৃপে

মাতিলা কর্ণক আৰু মাতিলা অনুজ,
মন্ত্রীবৰ শকুনিক, সুধিতে কৃপক,
গুৰুসুত অশ্বত্থামা, বিজয় ভৱনা
জয়দ্ৰথ, শৈলৰাজ আৰু নৃপ আন।
আহিলা সবেও তাৰৈ বাক্য অনুগত,
আগ হুই নৃপবীৰে যুৰি দুই কৰ
ৰলা সবে মুখ চাই আদেশ আশাই
গম্ভীৰ নিমাতী হুই। শেষে কুৰুৰাজে
চিন্তাই অধীৰ মতি ভাঙিয়া নিমাত
কলে চাই সকলোকে ঃ “হেৰা মিত্রসব!
অসময় মাতোঁ মই হুই দুশ্চিন্তিত
অধীৰ পৰাণ মোৰ। আপোনাসকলে
আহিছোৱা কোনোৱেবা দিয়া জলাঞ্জলি
ৰাজসুখ স্বৰাজ্যত, আহিছা কোনেও
নতুন তিৰোতা এৰি যেন কামদেৱে
আহিলা শত্ৰুৰ পাশে দেৱ-বিপদত।
আহিছা কোনেবা এৰি পুত্ৰ মধুহাসী
মোৰ হিত হেতু এই বিপত্তি কালত।
পিতামহ ভীষ্মদেৱে শৰ-শয়নত
পবিত্ৰাৱস্থাত থাকি, আৰু জন্মদাতা
জনক-জননী দুয়ো, বিমৰ্ষ মুখেৰে
বুলিলে অনেক মোত, দিব পাণ্ডৱক,
এৰি মোৰ ৰাজ্যভাগ, খুজিব মিলন
পৰিহৰি লোকলাজ, লোকঅপমান,
দি কালি ই কুলত। এতেকতে ভাই,
পালোঁ মই মনোদুঃখ কৰি আশা আগে
হম ৰাজচক্ৰবৰ্ত্তী, নাশি পাণ্ডৱক
পাম নিষ্কণ্টকা ধৰা। এতিয়া যদিচ

নানাশি পাণ্ডৱে মই খোজোঁ মিল আজি
পিতামহ পিতৃ মাতৃ ৰাখিয়া কথাক,
চিৰআশা ভঙ্গ হোৱে, পাম অন্তৰত
বিষম বিষাদময় নিজৰ কৰ্ম্মেৰে।
পিতামহ দিয়া আশা আশাই ৰহিলা
নিঃসহায় মোক সমুদ্ৰ মাজত যেন
ভগা নাও। এতিয়া কৰয় তেৱোঁ
কৰিব সম্বন্ধ ৰাজা যুধিষ্ঠিৰ লগে।
এতেকতে বন্ধুসব মম হিতব্ৰতী!
ভাঙিয়া প্ৰকাশি মন সুধিছোঁ সবাত
যি ভাল যুগুত দেখা আপদ কালত।"
ৰঙা চকু কৰি উঠি ৰাধাৰ নন্দনে
উত্তৰিলা: "শুনা সখি নৃপতিতিলক!
পাণ্ডৱসবক ভয় কি তব ৰণত!
ইমানতে কিনো ভয় জীয়াই থাকোঁতে
তৱাধীন ই জীৱন? কিয়নো সখি
ভজিবা পাণ্ডবাধম পৰম শত্ৰুক
গণ্ডুৰ হুইয়া তুমি ডৰিয়া সমৰে
সৰ্প্পক; নিষ্কলঙ্কী চন্দ্ৰৰ বংশত
ৰাখিব খোজাহা দাগ ক'লা কলঙ্কৰ
আৰু তব নাম লক্ষ্মী আগে! ঘোষিবা কি
দুৰ্যশ ই নৃপকুলে ক্ষত্ৰিয়ৰ নিন্দা!
যি সব আহিছে তব সহায় কৰিব
নোহে কোনো জন জানা যুদ্ধৰ বিখ্যাত
বলে-বিক্ৰমত কিবা মানৱ যুদ্ধত
পাণ্ডৱত কৰি কম, কি কম তোমাত!
নেজানাকি গুৰু দ্ৰোণ যুদ্ধে বৃহস্পতি
নেজানয় ধৰা যাব কেতিয়াও ৰণে

পৰাজয়, ৰণভঙ্গ, মূৰ্চ্ছিত, বিমুখ
দেৱ বা দানৱ মাজে; নৰ কৈত লাগে!
নিমিষতে পাৰে তেওঁ ধৰিয়া ধনুক
ক্ষত্ৰকুলী নাশিবাক সমস্তে ধৰণী।
এই দেখা গুৰুপুত্ৰ কৃতান্তৰ সম,
বাপৰ সমান বলী সম ধনুৰ্দ্ধাৰী,
আছে তযু মুখ চাই পাবলৈ আদেশ
নাশিবলৈ পাণ্ডবক তব প্ৰাণবৈৰী।
শৈলৰাজ সুমহত অলস্ত অনল
ৰহে তব মায়াবদ্ধ আকাঙ্ক্ষি মনত
সাধিব তোমাৰ হিত মোহাৰি পাণ্ডব
নুমাইব ৰণ-অগ্নি আপোন বাহুৰে!
হেৰা ভগদত্ত ৰাজা প্ৰাগ্‌জ্যোতিষপতি
অযুত মাতঙ্গ বলী লোৰ গদাধাৰী
সমশূৰ নাই যাৰ সম যোদ্ধা বলী
আহিছে সমৰ ঠাই পলাব হেঁপাহ
পাই তাৰ সম বলী যুঁজি বাহুবলে।
সোমদত্ত বীৰ সম নাই জগতত
প্ৰচণ্ড দুৰ্দ্দান্ত ৰণে অতি বৰ কায়
প্ৰতাপে আদিত্য প্ৰায় প্ৰলয় কালত
আহিছে সমৰ-ঠাই যশ প্ৰকাশিব,
সাধিব তোমাৰ হিত কৰি ৰণ বীৰে
প্ৰাণপণে কুৰুক্ষেত্ৰত। অতিৰথী আৰু
সুষেণ, সুশৰ্ম্মা যোদ্ধা, বিজয় পতকা
উৰে যাৰ ধৰাতলে হাঁহি নৃপদল।
আহিছে নৃপতি তব সহায়ৰ হেতু
ইটো ঘোৰ সমৰত নাশিব পাণ্ডব।
জয়দ্ৰথ, কৃতবৰ্ম্মা, বিশাৰদ ৰথী

বিপক্ষ কুলৰ কাল ভয়ানক ৰণী,
ভূৰিশ্ৰবা মহোৎসবা পালেই সমৰ,
আছে তব পক্ষে বীৰ কায়মনে কৰি
সাধিব তোমাৰ হিত পালেই সময়
লৈ ধনুশৰ হাতত। বুদ্ধিত নিপুণ
শকুনি সাহসী ৰথী সৰ্ব্বগুণযুত
আছাহা পাইয়া মন্ত্ৰী। ছাৱাল বয়সী
বৃষসেন, বৃষকেতু অতি বৰ সাহী
বৃদ্ধ সম ধৰে শৰ সদা ৰণ আশি।
মত্ত মাতঙ্গৰ প্ৰায় বীৰৰ মদত
মাতাল আছয় নৃপ, তব শতভাই
দুৰ্জ্জয় সমৰে শূৰ। দুৰ্ল্লভ জগতে
হেন বীৰ ৰত্নসব। ইসব থাকোঁতে
সখি! পাণ্ডব ভজিয়া দিবা চূণ-কালি
সবাৰো মুখত তুমি ক্ষত্ৰিয় বীৰৰ!
উচিত কি তব কৰ্ম্ম? তব পিতামহ
আছিলা সদায় হুই পাণ্ডবানুগত।
কেৱল বাক্যত বন্দি কৰিলা সহায়
অনিচ্ছাত কৌৰবক। কৰিয়া মৰম
নেমাৰিলা পাণ্ডবক। মৰিলা আপুনি
জনাই মৃত্যুৰ সন্ধি নিজে পাণ্ডবক।
সাধিব পাণ্ডব হিত বচাব পাণ্ডব
দেহ-প্ৰাণে নৰপতি বুলিছে তোমাত
কৰিব সম্পদ তেওঁ উচিত কি তব!
জানাহা আপুনি তুমি, কিৰূপ পাণ্ডব
কিৰূপ তোমাৰ শত্ৰু, দিলা অপমান,
কত শতবাৰ তোক, সুঁৱৰি সিসব
জ্বলিছে আমাৰ মন, নোৱাৰোঁ ৰহিব

ফাটি যায় মোৰ বুক কি কম তোমাত।
এতেকতে আগপাছু সকলোকে ভাবি
সৰ্ব্বগুণযুত ভূপ কৰাহে উচিত।”
উত্তৰিলা দুঃশাসনে বিৰস বদনেঃ
“দাদা তুমি কৰিয়াছা নৃপকুল মাজে,
বহি ৰাজসিংহাসনে যি ভিনি শপথ
নকৰিবা হিত কিবা নহবা মিলন
ৰৰিবা পাণ্ডৱ ৰণে সত্য সত্য কৰি,
কিহেতুনো পিতামহে জনক-জননী
নেপালিয়া এই সত্য খোজয় লেপিব
আদিত্য সমান যশ নৃপবৃন্দমাজে
ভাবিয়া বিস্ময় মই, কিয় হীনমতি
হলা আজি পিতিলাক। বুজিলোঁ এতেকে
ভীষ্মৰ মৰণে হ'লা অতিত্ৰাস মতি,
নেজানি বিশেষ তেওঁ কিৰূপে মৰিলা
বীৰৰত্ন পিতামহ। আছয় মনত
যি বুলিয়া ভীমবলী সভাৰ মাজত
কৰিলে তোমাক লঘু। ইসব মনত
থাকোঁতেই দদা তুমি কেনেকৈ কৰিবা
শত্ৰুৰ লগত মিত্ৰ, কেনেকৈ সাধিবা
মিতালী ক্ৰুৰৰ লগে চিৰবিষধাৰী।”
“ভাল ভাল” বোলে বাণী কৰ্ণ বিচক্ষণ।
উঠিয়া শকুনি ক্ৰুৰ যোৰ হাত কৰি
নিবেদিলা সভামাজেঃ “ভাল অৰিন্দম
বুলিছে সুবুদ্ধি কৰ্ণে তোমাৰ অনুজে
মম মনোমত বাণী। উচিত নোহয়
ভজিবা পাণ্ডৱাধম তব প্ৰাণবৈৰী।
শত্ৰুভাব চিৰকাল ৰকণ অগনি

সুগুচয় জানিবাহা তপত কৰিলে
বৰুণক। অসম্ভব আশা তব নৃপ
ঘটিবলৈ ই সুহৃদ, ধেমালি মাথোন
এই আলোচনা তব। কওঁ বিশেষকৈ
শাস্ত্ৰকথা বুলি লগে অথিৰ মিতালী
নেৰাখিবা কেতিয়াও বিবেচক তুমি।
আৰু জানা ৰাজধৰ্ম্ম দুষ্টৰ দমন,
উভৰণ বৈৰীমূল, কিয় অবহেলা!
ভাল হ'ল ভীষ্ম গ'ল কপট আচাৰী।
পাতা আজি সেনাপতি কালি ৰণলৈকে
বিজয়ধাৰীক তুমি ভৃগুৰাম শিষ্য
ভৃগুৰ সমান বীৰ, সাধিব তোমাৰ
বিজয় কালিয়ে শূৰে।" শকুনিৰ বাণী
শুনি কৃতবৰ্ম্মা ধীৰে বীৰ অগ্ৰগণী
নোৱাৰি সহিব প্ৰাণে লগালাহা মাত
মৌন ভাঙি সবিনয়েঃ "শুনা মহাৰাজ!
ঘটিয়াছে ঘোৰ ৰণ উভয় কুলত
এতিয়া উচিত নোহে ভজিব পাণ্ডব
কৰিবলৈ মিল তুমি সিবিলাক লগে।
কিন্তু মহাৰাজ, আজি দ্ৰোণ বিদ্যমানে
উচিত নহয় কৰ্ণ হব সেনাপতি।
দ্ৰোণ সম বীৰ নাই জগত ভিতৰ
মহাধনুৰ্দ্ধাৰী তেওঁ ৰণে অগ্ৰগণী,
অতিৰথী দ্ৰোণ, ভীষ্ম জগতে বিদিত,
হেন জন থাকোঁতে সুযোগ্য কি কৰ্ণ
হুইবে সেনানী ৰণে? দ্ৰোণৰ বীৰত্ব
প্ৰশংসিত নৃপ-দেৱে, প্ৰতাপত যাক
কাৰ্ত্তিক সমান ঘোষে, কীৰ্ত্তি বল যশ;

প্ৰত্যেকতে মহাৰাজ, ভাৰতৰ জয়
নতা তুমি ৰবি দ্ৰোণক সেনাপতি ৰণে।"
ইমান কৈ নিমাতী হলা। সবাই সভাস্থ
চাইলা তেওঁৰ মুখক। সবাৰ মুখত
উঠিলা সভাত শব্দ ভাল ভাল বুলি।
দুৰ্য্যোধনে ভাবি হিত নৃপতি সন্মত
কৰিলা মনত থিৰ বৰিব দ্ৰোণক
শিক্ষাগুৰু অবিলম্ব বিজয় জগত
সেনাপতি সেনামাজে কালিৰ ৰণত।
হৰ্ষযুত মনোপুত হই নৰপতি
কৰিলাহা সভা-ভঙ্গ সাধি নিজ কাম।
হৰষিত মন হই আপোন ঠাইক
চলিলা নৃপতিসবো ৰঙিয়াল মুখে।
    ৰাজচক্ৰবৰ্ত্তী কুৰু ইঙ্গিত জানিয়া
আশাচ্ছেদে মন ভগা ৰাধাৰ সুতৰ
মলিন বদন যেন নৱঘনদল
ওলানহি আকাশত বৰ্ষাৰ কালত
দেখোৱাছে মুখে ভাব অন্তৰৰ দুঃখ,
কাষঁহাঁহি মঔমাতে ধৰি কৰ্ণ হাত
বুলিলা খেমালি ছলে মন জুৰোৱা কথা।
"প্ৰিয়বন্ধু প্ৰাণসখা! জনাও তোমাত
মনৰ আচল কথা। কৰোক সমৰ
দ্ৰোণ হই সেনাপতি। মাৰোক পাণ্ডৱ,
মৰোক আপুনি কিবা যেন পিতামহ।
নহব বিস্তৰ হানি তেওঁ অবিহনে
যদি তুমি গুণমণি মোৰ প্ৰাণসখি
(বান্ধৱ কিৰূপ ধন বান্ধৱেহে জানে)
জীয়াই থাকিবা ভালে। তোমাৰ সহায়ে

ভোগিম ৰাজত্ব সুখ, মোৰ অভিলাষ।
এইৰূপ দুইজনে ৰাজা দুৰ্য্যোধনে
ভানুসুত বীৰ কৰ্ণ সৰ্ব্বগুণযুত
মউসানা কথা কই সন্তোষি দুয়োক
কৰি হাত ধৰাধৰি গ'লা শিবিৰক।
কটকী গৈ দ্ৰোণপাশে জনালা বিশেষি
সভাৰ মন্ত্ৰণা যত। হৰষিত মনে
কৰিলা শপথ বীৰে ধৰিব ৰণত,
দিব দুৰ্য্যোধনক আনি ৰাজা যুধিষ্ঠিৰ।

শিবিৰত বহি আছে সোণাৰ খাটত
ধৰ্ম্মৰ নন্দন ধীৰ ধৰ্ম্ম-নৰপতি,
পদ্মযোনি সমে জ্বলি পদ্ম আসনত
প্ৰকাশি অপূৰ্ব্ব শোভা হাঁহিৰ মুখেৰে।
চাৰিকাষে দাসবৃন্দ, কোনেবা আছয়
সেৱি তান পদযুগ, মাজিছে ঔষধ,
কোনেবা আছয় ঢুলায় চোঁৱৰ পাশে।
সবাৰ মাজত শোভে গম্ভীৰ মূৰতি
ধৰ্ম্মৰাজ ধৰ্ম্মপুত্ৰ ধৰ্ম্মৰ বল্লভ।
সি সময়ে আহি তালৈ কৌৰবী কটকী
অষ্টাঙ্গতে দণ্ডৱিয়া ধৰ্ম্মৰ ভৰিত
বিনয়কৈ কলেঃ "শুনা প্ৰভু মহাৰাজ!
সবাই মিলিয়া আজি কৌৰবী সভাত
অমৰাবতীত যেন অমৰৰ দলে
কৰিলা মন্ত্ৰণা সবে বৰিব ৰণত
অসুৰৰ, গিৰিজাৰ অয়স্কান্ত ধন,
পাতিবলৈ ৰণপতি কালি ৰণে দ্ৰোণক।

বীৰবৰ দ্ৰোণাচাৰ্য্যে কৰিছে শপথ
ধৰি দিব ৰণে প্ৰভু বলে আপোনাক
বধিব পাণ্ডৱগণ আৰু নৃপ যত
আছয় আপোনা পক্ষে। অতিৰথী দ্ৰোণ
ৰণবিযাৰদ অতি, পাতি চক্ৰব্যুহ
কৰিবে বিষম যুদ্ধ জগততে ত্ৰাস।
এতেকতে নৃপবৰ নিবেদোঁ চৰণে
জানিয়া উচিত কথা।” জনায় ভাৰতী
হাতযোৰকৈ চলি গলা কৌৰবকটকী।
শুনি দূতমুখ-বাণী ৰাজা যুধিষ্ঠিৰে
ভয়ত আকুল হ’লা, শিৰবিল গাৰ
ফাটিল পৰাণ যেন। আথবেথ কৰি
মাতিলা পাণ্ডৱী দল, পালৰ মাজত
আশঙ্কিয়া কোন কৰি তহিতে বিপদ
কৰিলে গৰ্জ্জন ত্ৰাসে যেন হস্তীযুথ
সব দিক হন্তে ধায়, আহিলা সকলে
আজ্ঞামাত্ৰে মাতঙ্গৰ। উতবিলা তাত
বুদ্ধিৰ সাগৰ কৃষ্ণ, অতিৰথী পাৰ্থ,
প্ৰভঞ্জন পৰাক্ৰমী পৱনকোঁৱৰ
বীৰমদে মত্ত অতি অৰ্জ্জুনবল্লভ
অভিমন্যু, বিচক্ষণ পণ্ডিত ৰণত,
সাত্যকি ৰণৰ প্ৰিয়, পাঞ্চাল ৰাজন
মৎস্য অধিপতি শান্ত, ঘটোৎকবচ
কামৰূপী মহাৰথী ৰণত কুশল,
যিমান ধৰ্ম্মৰ পক্ষে আছিলা ক্ষেত্ৰত
আহিলা তেওঁৰ আগে। সবাৰো আগত
বিৰস মুখেৰে ৰাজা বৰ্ণিলা বিশেষি
শুনিলা যি দূতবাণী পাণ্ডৱৰ নাশ।

"শুনা কৃষ্ণ-ধনঞ্জয় আমাৰ ভৰসা,
দ্ৰোণ সম বীৰ নাই জগত ভিতৰ
মহাশূৰ মহাবলী কওঁ তোমালোকত
আপোন প্ৰতাপে সিটো সৰ্ব্বত্ৰ জানিত
অগ্ৰগণী বুলি বলে, পাৰয় নাশিবে
একৰথে সপ্তদ্বীপ। আৰু দেখা যত
উভয় কুলৰ বীৰ অৰ্জ্জুনকে আদি
সবাক শিকালে অস্ত্ৰ। শিক্ষাগুৰু দ্ৰোণ
বিভূষিত কলেবৰ সাগৰ সমান
যুদ্ধৰ বিত্যাত তেওঁ। কত যে শিকালে
কতবা থাকিল অস্ত্ৰ কোনে পায় ওৰ!
খ্যাত মাত্ৰ দ্ৰোণ এক, জানয় সকলে
বুলি মহাধনুৰ্দ্ধৰ প্ৰতাপ প্ৰচণ্ড
মহাৰথী বিচক্ষণ ৰণত পাৰ্গত
বিপক্ষ কুলৰ শূৰ। এতেকতে কৃষ্ণ,
কালি যদি ৰুষি বীৰে ধৰে ধনুশৰ
ৰাখিবলৈ নিজ কথা, পালিব শপথ
ছাৰখাৰ হুব জানা পাণ্ডববাহিনী
যেন তৃণকুটা দাম পচোৱা বতাহে
হুব ছিনভিন মই জানো। দ্ৰোণৰ শপথ
যেন আকাশৰ বাণী কিবা ঋষিশাপ
কেতিয়াও নাই ব্যৰ্থ, ফলিব কালিয়ে।"
উত্তৰিলা ভীম বলী গৰ্জ্জিয়া বিস্তৰ
যেন নবঘনদল বৰষুণ আগে:
"কি ভয় দ্ৰোণলৈ দাদা, নাজানা কি তুমি
হতবুদ্ধি মতিচ্ছন্ন হত বাহুবল
বিকাৰ পাইয়া আজি কৰে হেন বোল।
গদা ধৰি বাহু মেলি কৰিম সংগ্ৰাম

দেখিম কিৰূপ যুজে দ্ৰোণ বীৰবৰে,
কিৰূপেনো ৰাখে কথা ভিখাৰী বামুণে।
মোৰ জীৱ মানে দ্ৰোণ কৰে ই শপথ
ধৰি দিব যুধিষ্ঠিৰে, ই দুৰাশা বৰ।”
এই বুলি বৃকোদৰ ক্ৰোধত জ্বলিয়া,
ঘৃতদানে যেন বহ্নি দ্বিগুণে উঠিলা
ঘনে ঘনে প্ৰহাৰিলা ভূমিত গদাক।
“কি ভয় দ্ৰোণক দাদা” বুলিলা অৰ্জ্জুনে
“নিশাৰ সপোন যেন দ্ৰোণৰ বাৰতা
থাকোঁতে গোবিন্দ সখি, তেওঁৰ সহায়
আছোঁহো পাণ্ডব সব হেজাৰ হেজাৰ
বিপদৰ ঢউ পৰা। জানাহা আপুনি
জনাও বুৰঞ্জী এটা কৃষ্ণৰ করুণা।
যেই দিনা দুষ্ট নৰে কপট আচাৰী
চোৰ বৃত্তি, হৰি নিলা ব্ৰাহ্মণৰ গৰু
সেইমাত্ৰ সবে ধন, সৰ্ব্বনাশ কৰি,
হৰিলা বাহাৰ পৰা যেন বাজপক্ষী
কপৌ পক্ষীৰ ছাও, চলিলা ব্ৰাহ্মণে
চোৰৰ পিছত খেদি কৰি আৰ্ত্তনাদ।
কৰ্ণপথে ভেদে হিয়া ব্ৰাহ্মণ বাণীত
নোৱাৰি ৰহিব মই উঠিলোঁ সঘনে।
কিন্তু নাই বল মোৰ, যাৰ বলে বলী
ৰইলা গাণ্ডীব ধনু তোমাৰ ঘৰত
কৃষ্ণ লগে। কি কৰিবো হলোঁ নিৰুপায়
দাঁত ভগা সাপ যেন, খপিব বনত
তেওঁ উদ্ধাৰি গৰু কৰি মনে সাৰ
পশিলোঁ গেহত মই, গলোঁ তীৰ্থ আশে
বনবাস। ঘূৰি ক্ৰমে দেশাদিবিদেশ

গইলোঁ দ্বাৰকাপুৰে যৈত নাৰায়ণ,
ৰলোঁ সখি সমে ৰঙ্গে অনেক দিবস।
একদিন বীণাধাৰী ব্ৰহ্মাৰ কুমাৰ
লগালা যি গণ্ডগোল টাটোক নাৰদে
শুনা দাদা ইতিবৃত্ত। ভেটিলা নাৰদে
মনোহৰ ফুল দিয়া সলিল জনম
স্বৰ্গীয় সুগন্ধবাহী, বৰ সাদৰেৰে
মাধবক মুনিৰাজে। আদৰে মাধবে
তোষিলা সি দিব্য ফুলে পিন্ধায় খোপাত
ভীষ্মকনন্দিনী প্ৰিয়া। জনালা নাৰদে
সত্ৰাজিত-দুহিতাক। শুনি হেন বাণী
বিষধৰ খোট প্ৰায় পুৰিলা পৰাণ
সত্যভামা সতিনীৰ। দুঃখৰ উদ্বেগে
সতিনী জ্বালাত জ্বলি ক্ষণে কৃষ্ণজায়া
কান্দিলাহা মনোদুঃখে, ক্ষণে মূৰ্চ্ছা গ'লা।
জানি নাৰায়ণ ইতি প্ৰিয়াৰ কাণ্ডক
আহিলেক সোনকালে তেওঁৰ কাখক,
ক'লা হাতে ধৰি প্ৰভু মধুৰ হাঁহিৰেঃ
"প্ৰাণপ্ৰিয়া! আচম্বিতে বিধুৰ বদন
যাক হেৰি হৰ্ষে প্ৰাণ ইটো অধীনৰ
কিয় গ্ৰাসিলেক ৰাহু কোৱা বিবৰিয়া।"
উত্তৰিলা কৃষ্ণপ্ৰিয়া কান্দন মুখেৰেঃ
"হে লম্পট! মিছা প্ৰেমি কপট আচৰি
নেচাম তোমাৰ মুখ ই জীৱনে মই।
যোৱা তুমি যি ঠাইত আছে তব প্ৰাণ
যাক তুমি সাদৰিলা। মোতনো কি কাম?
(এইৰূপে কতো ক'লা ভক্তবৎসলক)
এই তব আগে মই এৰোঁহো পৰাণ

বুক ছেদি অস্ত্র ধৰি। ধিক মম প্ৰাণ!”
এই বুলি কৰাঘাত কৰিলা বুকত।
পাই শোক বাসুদেৱে ধৰিয়া হাতত
ক’লা হাঁহিঃ “প্ৰাণেশ্বৰি! উচিত কি তব
কৰিব ইমান শোক পদ্মফুল লাগি?
দিছোঁ এটি ফুল মাত্ৰ ভীষ্মকসুতাক।
কৰিলোঁ শপথ মই দিম শত শত,
সজাইব সব গাৱ, ৰুব তাৰ গছ
তোমাৰ চোতালে সতী। পাবাহা ইচ্ছাত
তব প্ৰিয় পদ্মফুল।” মধুৰ বচনে
হেন মতে প্ৰবোধিলা গোবিন্দে আপুনি
দেৱী সত্যভামাক। বুলিলা আমাত
আনি দিব দেৱপুষ্প। উদ্যান কদলী
দেখিলে জুৰায় প্ৰাণ অতি মনোহৰ
তাহাৰ মাজত আছে দেৱৰ দুৰ্ল্লভ
অতি বিতোপন ফুল। গইলোঁ ত্বৰিতে
পুষ্প আশে সেই ঠাই। দেৱতা বসতি
অসাধ্য নৰৰ গতি; কিন্তু সেই বন
ৰক্ষে সদা বায়ুপুত্ৰ ঘোৰ ৰূপ ধৰি,
পৰিলোঁ তেওঁৰ হাতত। খুজিলা সমৰ
মোত ৰুষি জলধৰ ভীমাকৃতি তেওঁ
কি যুঁজিম তাৰ লগে অল্প বীৰ্য্যধাৰী,
পিপিৰা সিংহৰ আগে, কিবা তৃণ সম
কঁপিলো পবন বাৰে। ক্ষণে সিটো বীৰে
সুমেৰু পৰ্ব্বত সম বঢ়ালা শৰীৰ।
সেই সময়তে দাদা ভয়ত আকুল
মই, বাঞ্ছিলো ধৰাক চাই ধৰা পানে
মেলিবলৈ ফাট তৈতে। ফুলচোৰ বুলি

আক্ৰমিলা কপিৰাজে, নাশিব পৰাণে
প্ৰকাশিলা বীৰ্য্যবল। সিবেলাত দেৱে
আহি দেখা দিয়া তৈতে ৰক্ষিলা আমাক,
কৰি দিলা চিৰমিত্ৰ। বাক্যে বন্দী হনু
আহিছে দেখাহা দাদা সমৰ ঠাইক,
ৰথৰ ধ্বজাত বহি কৰিছে সহায়।
ভেটিলোঁ কুসুম নিয়া দেৱ-অলঙ্কাৰে
গোবিন্দক। গছমূলে ভেটিলা তেৱেঁ
সাদৰেৰ প্ৰেয়সীক। কৃষ্ণৰ করুণা
কৃষ্ণঅনুগ্ৰহ দাদা, পাণ্ডবৰ প্ৰতি
নোহে তব অগোচৰ। অধিক কি কম
হস্তিনানগৰে আমি যেতিয়া আছিলোঁ
কত বিপদৰ পৰা কৃষ্ণ উদ্ধাৰিলা
জানিয়া পাহৰা কিয়? যেতিয়া থাকিলোঁ
অৰণ্যত অতি কষ্টে কৰি দিনপাত,
সুঁৱৰিলে বিন্ধে বুক ফাটয় পৰাণ।
বিধি নিবন্ধন কিবা আহা! ৰাজবংশে
উপজিয়ে কৰি আমি বাৰু সুখভোগ
দৈব বিপাকত পৰি চলিলো বনক
পৰিহৰি ৰাজ্য-ধন, দাস-দাসী যত,
পঞ্চভাই ৰাজবালা যাজ্ঞসেনী সৈতে,
কপালৰ দোষে ভোগি যেন নল ৰাজা
বিসৰ্জ্জিলা ৰাজ্য-ধন, চলিলা কানন
বৈদৰ্ভীক লগত লৈ। যেতিয়া বনত
দুঃখৰ সাগৰ কূলে পৰিলোঁ সকলে
উপকূল নেপালোঁহো, চাপিলা উপৰে
অনেক বিপদে আহি। দুৰ্ব্বাসাই আহি
নিশাৰ কালত ঘোৰ খুজিলা ভোজন

নিৰুপায় পাঁচ ভাই, নিৰুপায় কৃষ্ণা
কৰি শেষ ৰন্ধা অন্ন আপন ভোজন।
সন্দীপন উপবনে যেতিয়া গইলা,
ঋষি আম খোজে। প্ৰিয়া কাকুতিকৈ মোত
খুজিলা ৰোগীয়ে যেন কুপথ্য ভোজন,
বঢ়াব নিজৰ দুঃখ অজ্ঞ আমি সব,
দিলোঁ পাৰি আম ফল প্ৰিয়াৰ হাতত।
জানিলোহো অবশেষে সব ইতিবৃত্ত
কৃষ্ণৰ মুখেৰে। মিত্ৰভাবে শত্ৰু শালি
যেতিয়া নৃপতি হৰিলাহা দ্ৰৌপদীক
জয়দ্ৰথ, পাই কুৰু-কুমন্ত্ৰণা দুষ্টে,
বিৰাট নগৰী দাদা অজ্ঞাতনিবাস,
কিচক-নিধন আৰু কুৰু লগে ৰণ
একলা আমিয়ে। ইসব বিপদ পৰা
শুনা দাদা মহাশয়! উদ্ধাৰ হুইলোঁ
কৃষ্ণ-মহিমাই আমি। কোনেবা পাৰয়
অপাৰ কৰুণা যাৰ পাণ্ডৱৰ প্ৰতি
বৰ্ণিবাক নৰমুখে; যিজনৰ গুণ
কীৰ্ত্তি, সাধ্য, দয়া আৰু অপাৰ মহিমা
আপুনি বেদজ্ঞ ব্যাস, পঞ্চাননদেৱে
পাঁচমুখে গাই গীত কিবা ব্ৰহ্মচাৰী
নপাৰয় ওৰ যাৰ, আছয় সিজন
তোমাৰ সহায়ে দাদা। দ্ৰোণলৈ কি ডৰ?"
এইমতে প্ৰবোধিয়া ইন্দ্ৰৰ নন্দনে
সম্ভাষিলা নৃপতিক। পাছে কৃষ্ণে ক'লা:
"যেই ভীষ্ম বীৰবৰ অজেয় জগতে
পৰিলাহা সমৰত দেখিয়াছা তুমি
যেন মেৰুচূড়া ভাগি, আনত কি কথা!

নিচিন্তিবা দাদা তুমি দ্ৰোণলৈ একেবা,
হইব যি সমবত। কালি ৰণে ভীম
হক সেনাপতি শূৰ। পাতোক ক্ষেত্ৰত
মকৰ নামেৰে ব্যূহ মকৰাৰ ঠান
ৰাখিবহোঁ সবে মিলি ৰণত তোমাক।
মহাবলী ভীমসেন শমন সমান
যুজিব দ্ৰোণৰ লগে প্ৰকাশি বীৰত্ব।
অভিমন্যু, মৎস্যৰাজ, পাঞ্চালনৃপতি,
সাত্যকি, নকুল বীৰ, সহদেৱ বলী,
ৰাখোক ৰাজাক সবে ব্যূহ ভিতৰত।
ঘটোৎকচ ৰক্ষ মায়াৰ চতুৰ
কামৰূপী, বৰ বহি ধৰি ধনু-শৰ,
পিনাক হাতেৰে যেন ধূৰ্জ্জটীৰ ৰূপে।
দেখিম কিৰূপে চাপে তোমাৰ কাখক
সত্য পালি দ্ৰোণাচাৰ্য্যে।” এইৰূপে কৃষ্ণ
বুজাইলা কথা ৰসে অথিৰ ৰাজাক।
কৰিলা নিৰ্ণয় যাতে পাবলৈ বিজয়,
ৰাখিবলৈ কুশলেৰে হাঁহি কুৰুদল,
ভাঙি দ্ৰোণ-শপথক। তেওঁৰ বচনে
হৃষ্ট হলা ধৰ্ম্মৰাজ, কিন্তু পাই ভয়
অপমান দ্ৰোণবাক্যে তলমূৰ কৰি
গইলাহা শিবিৰক। কৃষ্ণৰ সহিতে
চাৰিভাই নৃপ যত চলিলা জিৰাব
খপিবলৈ নিশাকাল আপোন ঠাইত।

কৈলাসপুৰত দুই মহেশ-মাহেশী
দেখি আহি সমৰক, ঘোৰ নিশা হলে
লভিলা বিশ্ৰাম দুই। মিষ্ট আলাপন

কৰি শেষ, ৰঙ্গ মনে শুইলা সুখেৰে
অজিনৰ আসনত পৰম হৰিষে।
জটাযুথে মূৰ দিয়া দুইও জনায়ে
যেন দুই ভাগ্যশালী কোঁৱৰ-কুঁৱৰী
সুকোমল পাটী পাৰি পৰে অচেতনে,
ৰত্নৰ খাটত যেন হেমৰ গৃহত।
দুইৰ চৰণযুগ নিদ্ৰাদেৱী আহি
সেৱিলাহা আনন্দেৰে। দোভাগ সময়
নগেন্দ্ৰনন্দিনী দেৱী পাইলাহা সাৰ
শুনি শব্দ অকস্মাৎ উঠিলা চমকি।
ৰ'লা কাণ পাতি তাত। শুনিলা যিৰূপ
বিদাৰিলা হিয়া প্ৰাণ, আকৰ্ষিলা মন,
হুইলা মলিন মুখ, এন্ধাৰিলা চিত্ত।
আহা! সি সুৰ ললিতে মিলি শোক সৈতে
কান্দাইলা মনে মনে মহেশজায়াক;
নোৱাৰিলা শুনি ধনী ধৰিবে ধৈৰয।
সি সময়ে নিদ্ৰা ভাঙি জাগিলা ঈশান,
সম্বোধিলা সতী: "প্ৰভু, এই যি নিশাত
নিদ্ৰা যায় জীৱকুলে, গহন বিজনে
ধৰিছে নিমাতী মূৰ্ত্তি। কোন দিকে নাই
শব্দ মাত্ৰ, কিন্তু শুনা বিশ্বৰ বিধাতা
কাণ পাতি; দূৰদেশে অটব্য বিজনে
হৈছে এক বাঁহীস্বৰে শোক বিলাপন
মৰ্ম্মভেদী। হেন নাদ শুনি নাথ মই
হুইলোঁ বিকল আতি কান্দিছে পৰাণ।
এই কান্দনিত মোৰ, অস্থিৰ অন্তৰে
নেমানে প্ৰবোধ প্ৰভু নলভে ধৰিষ।
(এই বুলি মহামায়া মুচিলা লোতক)

Scanned by TapScanner

কোৱা বিবৰিয়া নাথ তুমি সৰ্ব্বময়
কোন জননীৰ আজি হৰিলা ৰতন,
তুমি ৰুদ্ৰৰূপীদেব, সুকোমলাৰ পৰা
গুচাইলা মিষ্ট হাসি মধুৰ বদন
যুগল স্তনৰ হস্তে, কৰিলা কাঙালী
চিৰকাল অভাগীক হৰি চিন্তামণি।
কিবা নাথ কালৰূপী অনাথা কৰিলা
কোন অভাগীক জানো হৰি প্ৰাণধন
বুক-মাজ হন্তে তুমি, দুই নিৰ্দয়াল,
কৰিলা বিধবা আজি সি কান্ত বিহীনে
কান্দিছে ধৰাই পৰি ৰমণী নিকষে।
এতিয়াও কিনো নাথ ৰতি শোকনাদ
শুনি নেজানিলা তুমি কি দুঃখ ভূঞ্জয়
কামিনীয়ে হেৰুৱালে প্ৰাণধন পতি,
নুপজিল তব মনে মৰম এফেৰা
ৰমণীসকল প্ৰতি। উত্তৰিলা দেৱেঃ
"যি কহা সি নোহে সতী দেখিছা আপুনি
ঘোৰ ভয়ঙ্কৰ ৰণ কুৰু-পাণ্ডৱৰ
পৰিছে সাগৰ ৰণে বীৰ চূড়ামণি
কৌৰৱ-ভৰসা-ভানু সৰ্ব্বগুণযুত;
তেওঁৰ নিধনে সতী ৰাজলক্ষ্মী দেৱী
হুইলা অনাথা আজি, এৰি দুৰ্য্যোধন
দুঃখমনে বিনাশ্ৰয়ী কান্দিছে লোকত।"
(নোৱাৰি সহিব মায়া উঠিলা চমকি)
উত্তৰিলা নগবালা হৰিণনয়নী
মধুৰ মধুৰ হাঁহিঃ "পৰাণৰ পতি!
তোমাৰ প্ৰেয়সী মই। তব অনুগত
আছয় কি সাধ্য মোৰ লঙ্ঘিবে তোমাৰ

দাসীক যি আদেশিলা, কিন্তু দয়াময় !
জ্বলিছে পৰাণ মোৰ জীয়াৰীৰ দুখে,
কৰিবা আপুনি তুমি বিহিত উপায়।”
তেওঁক প্ৰবোধি কলাঃ “শুনা কোমলাঙ্গি !
এৰি আছে ৰাজলক্ষ্মী আজি কৌৰবক।
থাকোঁক ঘৰত মোৰ, মোৰ প্ৰাণসুতা,
বিষ্ণুপ্ৰিয়া সুকেশিনী। থাকিম ত্ৰিপ্ৰাণী,
বহু দিন পৰা মিলি। হুইব যেতিয়া
নৰপতি ধৰ্ম্মসুতে মাৰি দুৰ্য্যোধন,
ধৰিব চাৰিও ভাই ৰতনৰ ছাতা
শিৰোপৰে, নৃপবৃন্দে সেৱিব চৰণ ;
নাৰায়ণপ্ৰিয়া দেৱী চলিব হৰিষে
হস্তিনাক ধৰ্ম্মঘৰে, যেহেন চৰাই
এক বৃক্ষ ভাঙি গলে আন বৃক্ষোপৰে
বান্ধিয়া থাকয় বাহ মনৰ সুখেৰে।
এইৰূপে দুই জন কৰি আলোচনা
সুঁৱৰিলা নন্দী-ভৃঙ্গী।

দাস দুই জন
নিমিষতে হৰ্ষমনে কৰি যোৰকৰ
উপনীত ভৈলা আগে। ক'লা ছাগমুখে
“প্ৰভু ! কি আদেশ শুনাবাহা অনুগ্ৰহি
সাধিব তোমাৰ কাৰ্য্য ?” তাৰা পানে চাই
ক'লা মহামায়া দেৱীঃ “তোমালোক দুয়ো
যোৱা শবদ লক্ষি কান্দন বনত
যিটো ৰমণীয়ে কৰে এই বিলাপন।

তেওঁক সাদৰ কৰি সেৱি দুই পদ
সোনকালে আনিবাগৈ নকৰা পলম।”

প্ৰণমিয়া দুই জনে চলিলা ত্বৰিত
পবন বেগেৰে তৈকে। দেখিলা গহনে
তলমূৰে ৰাজলক্ষ্মী কৰিছে বিলাপ।
জ্বলিছে অৰণ্যৰূপে, যেন পূৰ্ণজোন
খহি পৰে ধৰণীত, ৰূপে মনোহৰ।
দেৱী গাৰ পৰা ওলাই স্বৰ্গীয় সুঘ্ৰাণ
আমোদিছে সব বন। সুকান্তি শৰীৰ
যেন তপ্ত সোণা ৰঙ্গে পোহৰিছে বন।
পৰিছে লোটায় ধৰা সুঠান চোঁৱৰ
কেশযুথ ওলমিছে দুইও পাশত
কৃষ্ণবৰ্ণ অহিৰাজ কঁপাই শৰীৰ
ভাজ খায় বেণীযুগ লৰি বায়ু বাৰে।
ডালিমৰ গুটি যেন দুই পাৰি দাঁত।
বিধুৰ বদনে হেৰে হৰিণ নয়ন
ভাহিছে লোতক ধাৰে এন্ধাৰিছে মুখ,
যেন নব ঘন দল শৰতৰ নিশি
আবৰিছে জোন, বহিছে যুগলধাৰ
যেন মুক্তাহাৰ দুয়ো চকু পৰা লো
তিয়ায় পিয়াহ ওখ। শোভিছে অধিক
মধ্য দেহ ক্ষীণ অতি সিংহ সুককালী।
কৃষ আজি শোকে অতি নিতম্ব যুগল,
ৰম্ভাৰ নিচিনা উৰু, কৰি কৰ জিনি
শোভা পায় বিতোপন। মনৰ দুঃখত
নোৱাৰি লৰিব আজি নচলয় পদ

দাসীক যি আদেশিলা, কিন্তু দয়াময় !
জ্বলিছে পৰাণ মোৰ জীয়াৰীৰ দুখে,
কৰিবা আপুনি তুমি বিহিত উপায়।”
তেওঁক প্ৰবোধি কলা: “শুনা কোমলাঙ্গি !
এৰি আছে ৰাজলক্ষ্মী আজি কৌৰবক।
থাকোঁক ঘৰত মোৰ, মোৰ প্ৰাণসুতা,
বিষ্ণুপ্ৰিয়া সুকেশিনী। থাকিম ত্ৰিপ্ৰাণী,
বহু দিন পৰা মিলি। হুইব যেতিয়া
নৰপতি ধৰ্ম্মসুতে মাৰি দুৰ্য্যোধন,
ধৰিব চাৰিও ভাই ৰতনৰ ছাতা
শিৰোপৰে, নৃপবৃন্দে সেৱিব চৰণ;
নাৰায়ণপ্ৰিয়া দেৱী চলিব হৰিষে
হস্তিনাক ধৰ্ম্মঘৰে, যেহেন চৰাই
এক বৃক্ষ ভাঙি গলে আন বৃক্ষোপৰে
বান্ধিয়া থাকয় বাহ মনৰ সুখেৰে।
এইৰূপে দুই জন কৰি আলোচনা
সুঁৱৰিলা নন্দী-ভৃঙ্গী।

দাস দুই জন
নিমিষতে হৰ্ষমনে কৰি যোৰকৰ
উপনীত হৈলা আগে। ক'লা ছাগমুখে
“প্ৰভু ! কি আদেশ শুনাবাহা অনুগ্ৰহি
সাধিব তোমাৰ কাৰ্য্য ?” তাৰা পানে চাই
ক'লা মহামায়া দেৱী: “তোমালোক দুয়ো
যোৱা শবদ লক্ষি কান্দন বনত
যিটো ৰমণীয়ে কৰে এই বিলাপন।

তেওঁক সাদৰ কৰি সেৱি দুই পদ
সোনকালে আনিবাগৈ নকৰা পলম।”

প্ৰণমিয়া দুই জনে চলিলা ত্বৰিত
পবন বেগেৰে তৈকে। দেখিলা গহনে
তলমূৰে ৰাজলক্ষ্মী কৰিছে বিলাপ।
জ্বলিছে অৰণ্যৰূপে, যেন পূৰ্ণজোন
খহি পৰে ধৰণীত, ৰূপে মনোহৰ।
দেৱী গাৰ পৰা ওলাই স্বৰ্গীয় সুঘ্ৰাণ
আমোদিছে সব বন। সুকান্তি শৰীৰ
যেন তপ্ত সোণা ৰঙ্গে পোহৰিছে বন।
পৰিছে লোটায় ধৰা সুঠান চোঁৱৰ
কেশযুথ ওলমিছে দুইও পাশত
কৃষ্ণবৰ্ণ অহিৰাজ কঁপাই শৰীৰ
ভাজ খায় বেণীযুগ লৰি বায়ু বাৰে।
ডালিমৰ গুটি যেন দুই পাৰি দাঁত।
বিধুৰ বদনে হেৰে হৰিণ নয়ন
ভাহিছে লোতক ধাৰে এন্ধাৰিছে মুখ,
যেন নব ঘন দল শৰতৰ নিশি
আবৰিছে জোন, বহিছে যুগলধাৰ
যেন মুক্তাহাৰ দুয়ো চকু পৰা লো
তিয়ায় পিয়াহ ওখ। শোভিছে অধিক
মধ্য দেহ ক্ষীণ অতি সিংহ সুককালী।
কৃষ আজি শোকে অতি নিতম্ব মুগল,
ৰম্ভাৰ নিচিনা উৰু, কৰি কৰ জিনি
শোভা পায় বিতোপন। মনৰ দুঃখত
নোৱাৰি লৰিব আজি নচলয় পদ

সোণাৰ প্ৰতিমা যেন আছে ভূমে বহি
ৰাজলক্ষ্মী শক্তিসুতা জ্বলি মাটি সমে;
নিকুঞ্জ মাজত যেন কৃষ্ণ হেৰুৱাই
কান্দিব লাগিছে প্যাৰী। তেওঁক দুঃখত
দুই আজি সমদুখী, মলয়-অনিলে
কৰি ঝনঝনি ধ্বনি প্ৰকাশিছে শোক।
নিশি ফেলে চক্ষুপানী নিয়ৰৰ টোপা,
সাৰ পাই ধ্বনি দেৱী গিৰিৰ গুহাত
উঠিছে কান্দনী মুখে। পৰ্ব্বতে কান্দিছে
নিঝৰাৰ কল্ কল্ সুৰে! কাণত পৰিলে
আছে কোন হেন জন নেপায় মৰ্ম্মান্তিক
বুকুক বিন্ধনী দুঃখ। হেন সময়ত তৈতে
পালা গই নন্দী-ভৃঙ্গী। ইন্দুনিভানন
সুকান্তি শৰীৰ দুয়ো হেৰিয়া মলিন
কতো ক্ষণ ৰ'লা চাই। দুইৰো ওলাল
চকুৰ লোতক। ধৰি পদযুগলত শেষে
মিনতি কৰিয়া ক'লা: "পতিতপাৱনি!
তব মাতা শৈলসুতা আজি তব দুঃখে
আকুল পৰাণ অতি, শুনি বিলাপন
কৈলাসপুৰৰে পৰা। ভূতনাথ শম্ভু
কৈলাসৰ বাসী যত, শোকে শোকাকুল
কান্দিছে অন্তৰ দুঃখে, হুইছে অধৈৰ্য্য
দেখিবলৈ শশীমুখ হৰষি প্ৰাণ
কৰি হেন আশা মনে আছে পদূলিত।
অধিক ব্যাকুল মাতঃ তোমাৰ জননী
দুঃখিত অন্তৰা অতি চিন্তাকুল মতি।
কেতিয়া দেখিম বুলি হৃদয়ৰ মণি
ৰইছেহি বাট চাই। এতেকতে দেৱি!

নকৰি পলম আৰু চলা ঝাণ্ট কৰি
কৈলাসপুৰক লাগি। অধীৰ সকলে
দেখুৱাই চন্দ্ৰমুখ কৰিবা সুধীৰ
শীতলিবা প্ৰাণ তুমি কৈলাসবাসীৰ।”
এতেক শুনিয়া বাণী চলে ৰাজলক্ষ্মী
সজলনয়নী ধীৰ, মৰাল গমনে
কৈলাস পানক লাগি। কতো ক্ষণে গই
উতৰিলা বৈজয়ন্তী ভবানীভৱন।

দেখি সতী শক্তিশ্বৰী আপোন তনয়া
মৰমেৰে আথেবেথে ধৰিলা সাৱটি।
হুইলা চাৰিও চকু মিল এক ঠাই
বহু দিন পৰা আজি, হৰ্ষে গদগদ
বহিয়া লোতক ধাৰ তিয়াইলা গাৱ।
কহিলা নগেন্দ্ৰসুতাঃ “বাছা তব দুঃখে
প্ৰাণে মই আজি, ভোগিলো বিষম শোক।
শুনি কান্দনৰ ৰোল অশোকৰ বনে
ৰাঘবৰ প্ৰিয়া সতী ত্ৰেতাৰ যুগত
যেন শোক পাইছিলে আজি সিটো মই
পালোঁ সুতে! বিষ্ণুপ্ৰিয়া তোক নুযুৱায়
এনেকুৱা বিলাপন। তুমি সৰ্ব্বময়
নৃপতি সবাৰ আশা থাকিবা সুখেৰে
মম গৃহে পিত্ৰালয়ে। হুইব যেতিয়া
ধ্বংস ৰাজা দুৰ্য্যোধন, সবংশে মৰিব,
হস্তিনাৰ সিংহাসনে বহিব নৃপতি
ধৰ্ম্মৰাজ যুধিষ্ঠিৰ। চলিবা তেতিয়া
সৌভাগ্যৰ মনি দেৱী পাণ্ডব গেহক।

এতেকতে চান্দমুখি! কৰা চিন্তা দূৰ
সেই কাললৈকে চায়া।” বুলিলা কমলা ঃ
“যি ক'লা জননী তুমি মৰম ভাবেৰে
তাক আচৰিম মই তব আজ্ঞাধীনে।”
এইৰূপে দুইজন জননী-জীয়াৰী
আলাপিয়া হৰ্ষমনে ৰ'লা কৈলাসত।

**বলহাৰী সৰ্গ সমাপ্ত**

## তৃতীয় সৰ্গ

হস্তিনানগৰে সতী অভিমন্যুপ্ৰিয়া
কান্ত অবিহনে হ'লা মলিন শ্ৰীকান্তি
যেই গ'লা অভিমন্যু সমৰ-সাগৰে
এৰি সিটো নলিনীক। হিয়া-দৰ্পণত
হেৰি তেওঁৰ মনোৰম মূৰতি ললিত,
ক্ষণে মূৰ্চ্ছা হ'লা, ক্ষণে কান্দিলেক সতী
উবুৰি হৈ পৰি পাটীত। আহা কোপতীয়ে
নেদেখিয়া আজি যেন প্ৰাণৰ কপৌক
শূন্য বহি ভিতৰত কৰি চাটিফুটি
ইডালে সিডালে পৰে। কাষ পাই তেওঁ
সখীক সম্বোধি ক'লা মউসানা মাতে:
"প্ৰাণসখা, মোক এৰি যেই দিন হন্তে
গ'লা প্ৰাণনাথ মোৰ, নেহেৰি তেওঁক
নোৱাৰোঁ ক্ষণেকো ৰব। বিকলিছে মন
আছোঁহো অভাগী মই শৰীৰে কেৱল
মোৰ ঘৰে। কুৰুক্ষেত্ৰ চলিলা পৰাণ
কায়াৰ লগত যেন ছাঁয়াও গইলা
হুই তাৰ অনুবৰ্ত্তী। সমৰ ঠাইক
যৈহিতে নৃপতি মাজে বীৰবৃন্দ মাজে
শোভে মোৰ চিন্তামণি। অমূল্য ৰতন
অনেক কৰিলোঁ চেষ্টা পাহৰিব মনে
মোৰ মন পৰা মুচিবে মোহন মুৰ্ত্তি।
পাৰোঁ কি ভুলিব মই সাদৰৰ বাণী
ভ্ৰুভঙ্গ-কটাক্ষ তাৰ যি নয়নে সখী

হৰিলা গোপীৰ মন শ্যামকলেবৰে,
মুচুকিয়া হাঁহি আৰু মন লোৱা কথা,
কেনেকৈনো পাহৰিম মই দুৰ্ভাগীয়ে?
কেনেকৈ গুচাম তেওঁৰ যি ছবি ছাপিছে
শালগ্ৰামে চক্ৰ যেন মোৰ হৃদয়ত?
কুমাৰৰ ৰূপ সখি পূৰ্ণজোন সম,
শ্ৰীকান্ত গাৰৰ ঠান যেন কামদেৱ
শম্ভূ-ভয়ে স্বৰ্গ এৰি পলাই লুকালে।
ৰূপহ সি কুমাৰত ভাগ্যেৰে লুকালোঁ
ময়ো মোৰ বুকু মাজে, পাৰোঁ কি এতিয়া
আঁতৰিব মন পৰা? কৃপণেহে সখী
যতনেৰে সাঁচি থোৱা প্ৰাণাধিক ধন
সপোনে-সচিতে যাক কৰে আৰাধনা
চুৰি হলে পাৰয় কি সহিবাক! মই
দুৰ্ৰ্কপালীৰ, তাতকৈ যত্নাধিক ধন
হৰুৱা হুইছোঁ। চোৰাচোন হেৰা সখি!
এই মোৰ হেমগৃহ অতি সুনিৰ্ম্মিত
যি চাকিৰ পোহৰেৰে পোহৰ হোৱয়
আজি দেখা ধনি সিটো ৰত্ন নোহোৱাত
যেন মণিহীন সৰ্প, আত্মাহীন দেহ
অশোভন ৰহিয়াছে। হীৰাৰে বন্ধোৱা
সুবৰ্ণ সুবৰ্ণ খাট অতি মনোৰম
দেখিলে হৰিযে মন, যেন পদ্মাসন
ব্ৰহ্মাদেউৰ, হুয়া অবিহন তেওঁৰ
সামান্য আসন হৈছে। ঘৰৰ শুৱনি
যত দেখা অলঙ্কাৰ অশুৱনি আজি
গৃহকান্ত বিনে সখি। দেখিছোঁৱা এই
হেমঘৰ চিকণ খাট, গৃহৰ সঁজুলি

প্ৰাণনাথ নোহোৱাত দীপিতিবিহীন
মৰা শৰ গাৱ যেন, পেলাইছে মোৰ
ক্ষণেই মনত যি ৰত্নক হৰুৱালোঁ
দুৰ্ভাগিনী। হেৰুৱালো 'মণি মহাৰত্ন।
যাবৰ সময় মই ধৰিলোঁ ভৰিত
কৰিলোঁ বিদিত মোৰ চকুৰ লোৰেৰে
তিয়াই কমলযুগ বুলিলোঁ বিনাই,
ৰবলৈ ঘৰতে নাথ নকৰি অনাথ।
মই অভাগীক সখি! স্নেহেৰে বুলিলা
তেৱেঁ: "প্ৰাণপ্ৰিয়া! সোনকালে বৈৰীক নাশি
তোমাৰ কল্যাণে, হৰষিয়া ধৰ্ম্মৰাজক,
আহোঁগৈ ঘৰলৈ। নকৰিবা বাধা তুমি।"
কিন্তু ক'ত—এতিয়াও নিজ কথা ৰাখি
নিফিৰিল ঘৰলৈকে? এতেকতে মই
আশঙ্কো বিপদজাল অথিব পৰাণে।"
চন্দ্ৰপ্ৰভা বিচক্ষণ ৰমণীৰতন
উত্তৰিলা উত্তৰাক মধুৰ স্বৰত:
"প্ৰাণসখি! প্ৰাজ্ঞ ধীৰ নোহয় তব
উচিত কৰিব শোক সি চান্দক লাগি।
আছয় কুশলে তেওঁ বীৰদল মাজে।
সমৰ ঠাইত প্ৰভু সমৰকেশৰী
যুদ্ধ অৱসান হলে আহিব আপুনি।
পাবা তব চিন্তামণি তব হৃদিমাজে
ধৈৰ্য্য ধৰাহা চিত্তে, আপুনি প্ৰবোধা
জ্বলা মনে নিজে কৰি শান্তি-বাৰি দান।"
এইৰূপে বহুমতে ক'লা চন্দ্ৰপ্ৰভা
জুৰাইব উত্তৰাৰ ব্যাকুল মনৰ
জুই যেন শোক-তাপ। কথাৰ ছলেৰে

অবশেষে লই গ'লা মৰমী সখীক
কুসুমৰ বাগিচালৈ কৰিব ক্ষণেক
অথিৰ মনক থিৰ। আঁতৰাব চিন্তা
দুয়োজনে কথা-ৰঙ্গে গাই গীত দুয়ো
সুললিত কোচ ভৰি তুলি ল'লা ফুল।
যাওঁতে ঘঁহনি লাগি ফুলৰ গাৰত
ওখ দুই পিয়াহত আৰ্জ্জুনীপ্ৰিয়াৰ
আগুৰি লাগিলা ৰেণু। তাক দেখি তৈতে
ভ্ৰমৰে ভোমৰা জাক মউলোভী জীউ
উৰি আহি পৰিলেক। মলান হাতেৰে
খেদি অভিমন্যুপ্ৰিয়া কলা ভ্ৰমৰক:
"হেৰ মউপিয়া! কণা চকু হেপেহুৰা
নাজান কি তই আজি ই কমলযুগ
মুজিছে আপোন চকু হৰুৱাই মোৰ
মন-দিবাকৰ ধন ভয় কি অবোধ!"
দেখি চকা পাটে বহে, তেওঁ চলিলা
ৰুণুজুনু কৰি বেগে ফুল তুলিবলৈ
সূৰ্য্যকান্তি তললৈকে। দেখিলা তাহাক
তলমুখী মুজাপাহি মলীয়াবৰণী।
জানি তেওঁ বিৰহিনী বুলিলা সম্বোধি:
"হেৰা ভানুপ্ৰিয়া! তুমি যি দুঃখ ভোগিছা
হৰুৱাই শ্ৰীকান্তক তেজ হৰুৱাছা।
মইও জানিবা সখি সি তাপে ডেৱালোঁ।
ৰবিপ্ৰিয়া! তব নাথ আছয় এতিয়া
অতল জলধি মাজে। আছে মম প্ৰিয়
চিন্তামণি অয়স্কান্ত ৰণ-সাগৰত।
সমান দুঃখিনী দুয়ো, সমান ভোগিনী,
কিন্তু নিশি পুৱালেই পাবা তব নাথ,

আৰু কিবা পাম মই চিৰঅভাগিনী।
হেৰা নিকুঞ্জ বন! তোমাৰ তলত
কতবাৰ আহি মই প্ৰাণনাথ সৈতে
বিচৰিলোঁ মনসুখে। তুমিও আদৰি
আমোদিলা দুজনক বঢ়োৱালা সুখ,
হৰষিলা মম মন। আজি কিয় তুমি
মোলৈকে নোচোৱা বন্ধু! তুমিও কি আজি
নেহেৰিয়া গুণমণি আমাৰ সহিত
বিৰহ কৰিছা ভোগ। আহা মৰোঁ দুঃখে!
শুনাহা শীতল বায়ু! ধীৰ ধীৰগামী
শীতলিলা প্ৰাণ মম যেতিয়া আহিলোঁ
গুণমণি লগে মই। আজি কিয় তুমি
নিদাৰুণ মোৰ প্ৰতি? পূৰোৱা অন্তৰ,
অগ্নি সম লাগে গাই তোমাৰ পৰশ
জানিলো সম্পদে বন্ধু বিপদৰ বৈৰী।”
এইৰূপে শোকদ্বাৰ মুকলিয়া সতী
সঘনে মনত কৰি বিপিন মাজত
এৰিলা দীঘল শ্বাস। সজল চকুৰে
হংসগতি ধীৰে ধীৰে কৰিলা পয়ান
শোকাৰ্ত্ত অন্তৰ হুই আকুল পৰাণ।

এতিয়া অৰুণদেৱ অস্তাচললৈকে
সোণ-চাকা ৰথখন চলাই সোনকালে
যেহেন পৃথিৱীপতি জিবাব ৰজনী,
চাইলেক ভিতৰলৈ। পদ্মৰ শুকালে
মুখ, গুচিলেক হাঁহি, আহিছে হেৰিয়া
কালৰ সমান কাল বিৰহৰ দশা

ওচৰলৈ। ভয়ভীতা হই ফুলেশ্বৰী
মুজিলাহা চকুপাহি। অবাক হইয়া
গছ-খোৰঙলৈ গ'লা শোকে চক্ৰবাকী
ভাহি নয়নৰ লোৰে, অভাগীসকল
বিধবা জীয়াৰী যেন বাপেক-ঘৰলৈ
মুখত কান্দনি লই। আইলা গোধূলি
তৰাদল লগত লৈ। উদয় হইলা
নিৰমল নীলবৰ্ণ আকাশ-মণ্ডলত
জ্যোতির্ম্ময় এটি ৰত্ন। আহিলা সকল
শ্ৰান্তদলে পৰিহৰি হাতৰ কৰম
আপোনাৰ ঘৰলৈকে ৰঙ্গিয়াল মনে
দিনান্তে বনৰ শেযে। গাভী হেম্বাৰবে
আহিল গৃহস্থ-ঘৰে ধূলাই শৰীৰ,
দলবন্ধা গোৰখীয়া লইয়া পিছত।
ফুলিলা গছত ফুল ওলাল সুগন্ধ।

ঘৰলৈকে আহি সতী অভিমন্যুপ্ৰিয়া
এক পানে চাই তেওঁ আকাশৰ ফালে
(বিৰহাগ্নি পোৰে হিয়া, ঝৰ ঝৰ পৰে
দুচকুৰ পানী ধাৰা) বুলিলা দুঃখেৰে
"হোএৰা সুখদে! ৰজনীৰ সুধাৰত্ন
হ'লা কি দাৰুণ তুমি পুৰিছা অন্তৰ
এই তোৰ পোহৰেৰে যিটো হৰষিলে
চিৰকাল মম প্ৰাণ, আহা কি সুঁৱৰো!
বিষ-বহ্নি লগাই কিয় দহিছাহা প্ৰাণ
আজি ইটো অভাগীৰ! কি দোযত মই
তোৰ কাখে দোষী হলোঁ। হে ৰজনী সখি!

যি ৰতন লই তুমি বিৰাজা শোভাত
আনন্দিছা তব মন, কৰিছা দীপিতি,
এই তোমাৰ অলঙ্কাৰে গাৰৰ ভূষণে
মাৰিয়া তোমাৰে আৰি ময়ো শোভিছিলো
অয়স্কান্ত মণি লই, কৰিয়া ভূষণ
তুষিছিলা মোৰ মন। কিন্তু আজি বিধি
হৰিয়া অমূল্য নিধি হৰুৱালে মোক।
দৈব-বিপাকত পৰি ৰাজাৰ জীয়াৰী
ৰাজাৰ বোৱাৰী হুই সুখ-ভোগেশ্বৰী
পাওঁ হেন দুঃখ, মই কিনো দুৰ্কপালী!
লেখিছিলে বিধতাই পাম সেই ধন
এন্ধাৰ অন্তৰ মোৰ কৰিব পোহৰ
সাগৰ-মাজত পৰা আনি শিৰমনি।”
এইৰূপে বিলাপিলা অভিমন্যুপ্ৰিয়া।
কথাৰ লহৰীৰে বুজালা তেওঁক
বহুদৰ্শী চন্দ্ৰপ্ৰভা, চতুৰা তাৰায়ে।

দুপৰ হইলা ৰাতি। গৈলেক ঘুমটি
জীৱ যত। আকৰ্ষিলা সবে নিদ্ৰাদেৱী
হুই আবিৰ্ভাব ধৰা। চলিলা নয়নে
ধীৰে ধীৰে হংসগামী। বহিলা পাটীত
তলমূৰে। আঁকিলাহা মানসপটত
পতি-প্ৰতিমূৰ্ত্তি। সতী চৰণ যুগল
ধুইলা নয়ন নীৰে, আদৰৰ অৰ্ঘ্য
আগত বঢ়াই দিয়া প্ৰেম-ফুল লই
চিন্তামন্ত্ৰে পূজিলাহা। আহা যেন আজি
অশোক বনত কিবা ৰাঘবৰ প্ৰিয়া

সঁজাত হুইয়া বন্দী বনপক্ষী প্ৰায়,
কান্দি মনোদুঃখে, সুঁৱৰিলা ৰাঘবক ;
কিম্বা পতিপৰায়ণা প্ৰমীলা সুন্দৰী
যেতিয়া গইলা ৰণে মেঘনাদ বলী
কান্দিলা পালঙ্কে উঠি পতিধন লাগি।
এইৰূপ শোক-তাপ তপন-তাপত
তাপিত অন্তৰা সতী বিকলিত মনে
ৰইলা শয্যাত পৰি কৰি চাটিফুটি !
কতোক্ষণে নিদ্ৰাদেৱী তন্দ্ৰাভাও ধৰি
ছুইলা সতীক কৰে ; কিন্তু সপোনত
বিৰাজিলা পতিমূৰ্ত্তি হৃদয়-মাজত,
যেহেন যোগীৰ হিয়া সাজে টোপনিত।
পুৰুষ উত্তম ছবি, জপেৰে পূজয়
সৰ্ব্বক্ষণ ভাহি ভক্তি সাগৰ-জলত।

কৈলাসপুৰত ধনী গোবিন্দৰ প্ৰিয়া
সুধিলা বিৰস মনে ঃ "মাতা মহামায়া
শক্তিশ্বৰি ! আজি তোমাৰ শুনিলো মুখেৰে
হৰিলাহা তুমি বল কৌন্তেয়ৰ পক্ষে।
তব বলে বলী মাতঃ জগতৰ জীউ
আহাৰৰ সময়ত ৰণচণ্ডী দেৱী
যি পক্ষত কৰা ভয় সি পক্ষতে জয়
তুমি শক্তি-বল মাতা জগত-জীৱনী।
ভগৱতী তুমি ৰণে হৰালে হাৰয় ;
নিশ্চয় বিধিব বন্ধ। এতেকতে আই !
কহিয়োক কৃপা কৰি সদয় ভাবেৰে
কিনো হব পাণ্ডবৰ কালিলৈ ৰণত,

তযু বলে হীন হই।" শুনি জগদ্ধাত্রী
উত্তৰিলা ভগৱতী অলপ হাঁহিৰে:
"যি কথা সুধিলা দেৱি, নাই তাত ভয়,
নকৰিম হেন ভয়, নাশিব পাণ্ডবে।
তব প্ৰিয়তম পুত্ৰ, ধৰ্ম্ম অনুগত
সিহঁত ভকত মোৰ। কিন্তু বিষ্ণুপ্ৰিয়া!
নাশি শান্তনুৰ পুত সমৰ মাজত
দিলেক যিমান দুঃখ তোমাক সিহঁতে
কৰিয়া আশ্ৰয়হীনা সি খণ্ডত মই
মনোদুঃখে হৰিয়াছো কালি বল ৰণে।
ফলিব আগৰ শাপ কৰিব নিধন
কৌৰবসকলে মিলি সুভদ্ৰাবল্লভ
যেন পাহাৰীয়া লোক চাৰিদিকে বেঢ়ি
মাৰে মদমত্ত কৰি পৰ্ব্বত-গুহাত
ভাঙোতে কদলী বন।" সোধে হৰিপ্ৰিয়া:
"কি শুনিলো আই ইকি যুদ্ধৰ বিধান
মাৰিব কৌৰবে মিলি মহা মহাৰথী
বীৰ কুলত দিয়া কালি ছোৱাল বয়সী
লৰা এটি হেনয় কি ধৰে তেওঁ বল
নোৱাৰে অকলে কোনে।" উত্তৰিলা দেৱী
"সুতে! সুভদ্ৰাকোঁৱৰ বীৰৰ মাজে শূৰ
প্ৰচণ্ড প্ৰতাপী ৰণে। কালি সমৰত
সোমায়ে বেহুত বীৰে যেন বৈশ্বানৰে
ধ্বংসৰ শুকান বন, কৰিবেক তেওঁ
বিপক্ষৰ বাহিনীক যুজে লণ্ডভণ্ড
আপোনাৰ বাহুবলে। সহিব নোৱাৰি
প্ৰভাব, সপ্তৰথীয়ে বধিব তেওঁক
কৰিয়া অন্যায় ৰণ।" পুনশ্চ সুধিলা:

“মৰমৰ আই! তোমাৰ মুখৰ বাণী
মধুধাৰা যেন কৰি পান বাঢ়ে তৃষ্ণা।
বুলিবা বিস্তাৰি কোন জন সিটো প্ৰাণী,
ভাবিছোঁ নোহয় তেওঁ সামান্য মানুহ
অমৰ ৰতন কিবা সিদ্ধ তপচাৰী
ললে জন্ম ধৰণীত সুভদ্ৰা-গৰ্ভত,
কিবা স্বয়ং জনাৰ্দ্দন গোলকৰ পতি
ৰাবণ বধিব যেন দশৰথ-ঘৰে
আহিছিলা দুই ভাগ। কবা বিশেষকৈ
উৎকণ্ঠিত হলোঁ মই সিদ্ধান্তৰ আশে।
সিদ্ধান্ত অমৃত দিয়া জুৰোৱা অন্তৰ!”
উত্তৰিলা ভগৱতী বীণাযন্ত্ৰ স্বৰে:
“প্ৰাণৰ আত্মজে! আজি তব আগে মই
কহিবো পুৰণি কথা যেনেকৈ সুধিছা
ছেদিম সংশয় কই তেওঁৰ অবতাৰ।
এক দিনা শুনা সতী পূৰ্ব্বৰ কাহিনী
জলজ্জটা কলাপ যাৰ ভ্ৰূকুটি কুটিল
ৰক্তবৰ্ণ সদা চকু ওৰফুল ৰঙ
শৰীৰৰ কান্তি খঙে খঙৰ মুৰতি
দুৰ্ব্বাসা তপস্বী সব শিষ্য লগে লই
অসংখ্য ছাৰাল দল যেন মউজাক
চলিলা আকাশ-পথে চন্দ্ৰৰ লোকক।
ঋষিৰাজে ভাবি মনে আজিয়ে দেখিম
কিৰূপে পূজয় মোক সেৱা-শুশ্ৰূষাই
মম ভক্ত কলাধাৰে। কিৰূপে আছয়
জানিম মঙ্গল মোৰ শিষ্য চিৰদাস।
কতো বেলি পালা গৈয়া অমৰ ভুবনে
ঋষি সব শিষ্য সৈতে। কিন্তু সিটো কালে

বিধাতাৰ নিবন্ধন দৈবৰ সংযোগে
নিশিনাথ থাকে ৰঙ্গে ৰোহিণী সহিতে
ৰতিক্ৰীড়া-ধেমালিত। নিমগ্ন সুখত
আন ভাব পৰিহৰি, যেন মতলীয়া
আপোন প্ৰিয়াৰ লগে প্ৰমোদ বনত
ভুঞ্জয় সুৰতি ক্ৰীড়া। সুৰতে আসক্ত
নকৰিলা কৰ্ণপাত, নেচালাহা ফিৰি।
শুনি ঋষি আহা কথা ওলাই বাহিৰ
নকৰিলা বিধিমতে কাখৰলৈ আহি
চৰণত সেৱা-পূজা, কৰি সম্ভাষণ
নিদিলাহা পাদ্য-অৰ্ঘ্য লই পাদোদক!
হেৰিয়া অভাব আজি, আপোন পূজাৰ
চিৰসেৱা মুনিৰাজে লাজ পালা মনে।
হেৰি যেন অবহেলা চন্দ্ৰৰ লোকত
অপমানে অবজ্ঞাই কুণ্ঠিত মুনীন্দ্ৰে
জ্বলিলাহা ক্ৰোধভৰে যেন হুতাশন
ঢালনিত ঘৃতাহুতি শিয়ৰি উঠিলা।
শৰীৰৰ লোমবোৰ হইলা সমস্ত
মুখ শৰীৰৰ কান্তি ৰঙা জবাঠান।
ওলাল চক্ষুৰ পৰা জুই-ফিৰিঙতি
কামৰিলা দাঁত খণ্ডে লৰাইলা ওঠ
কালভৈৰবৰ প্ৰায় ধৰি কলেৱৰ।
গৰ্জ্জিয়া বুলিলা তেৱেঁ যেন মৃগৰাজে
ৰুষি সিংহনাদ কৰি ত্ৰাসে জীৱকুলঃ
"পাষণ্ড অধমাচাৰী হেৰ দেৱাধম!
কৰ দেখোঁ মোকো হেলা আজি মতিচ্ছন্ন।
নেচাহ আমাৰ পানে, নকৰাহ পূজা।
দুৰাচাৰী বুৰ গই মানৱ সুখত

কুক্রিয়াই, হীনমতি দেৱৰ দুৰ্ণাম!
লগে জনম মৰ্ত্ত্যত, গুচ স্বৰ্গৰ পৰা
নোহোৱ স্বৰ্গৰ যোগ্য পুণ্যজন-স্থান।"
দুৰ্ব্বাসাৰ শাপবাণী বজ্ৰ পৰা হেন
শুনি নিশিনাথ হৈলা অধীৰ অন্তৰ
শাপ-তাপে ভয়াকুল। স্ফূৰ্ত্তি খাই দুয়ো
নিশিনাথে-ৰোহিণীয়ে ওলালা বাহিৰ।
থৰ থৰ কঁপি ভয়ে, ব্যাকুল অন্তৰে
দীঘল হৈ ঋষিৰাজ ভৰিত পৰিলা।
সাবটি ধৰিয়া দুয়ো ঋষিৰ পদত
কান্দিয়া কান্দিয়া ক'লা: "কৃপাময় দেৱ
ভগৱান দয়ানিধি! আমি অগিয়ান।
চিৰকাল পদ আশি চৰণৰ দাস,
উচিত কৰিলা দণ্ড মোৰ দোষ চাই।
কিন্তু প্ৰভু শুনা মোৰ কাকুতি-বচন
অনুগৃহি কৃপানিধি! কৃপা বৰষিয়া
তব দয়া বিদ্যমান জগত ভিতৰ
শাপান্ত কৰাহা প্ৰভু এৰি ঘোৰ ক্ৰোধ।"
পদযুগে পৰি দুই বিৰস বদনে
এইৰূপে কাকুতিলা কাতৰ বচনে।
ভৰিত লোটাই মূৰ ধৰণীত পৰি
কৰিলেক নতি-স্তুতি দুৰ্ব্বাসাৰ আগে!
তিয়াইলা পদযুগ চকুৰ লোৰেৰে
বহু ক্ষণ। অবশেষে ভক্তাধীন মুনি
শুনি স্তুতি-নতি বাণী চন্দ্ৰ-ৰোহিণীৰ
পৰিহৰি উগ্ৰ ভাব, সামৰিয়া ক্ৰোধ
চালা দয়াদৃষ্টি কৰি। কৃপাধীন মুনি
দুজনে সম্বোধি কলা চকু পকাইয়া:

"হেৰ পাপী অগিয়ান! আজি তই মোক
কৰিলি যি অপমান হেলা কৰি পূজা,
অসাৰ সুখত তই হই নিমগন
উচিত কৰিলোঁ দণ্ড। মোৰ শাপ-বাণী
কেতিয়াও মিছা নোহে জানিবি নিশ্চয়।
কিন্তু তইঁতৰ মই কাকুতি-বাণীত
হলোঁ তুষ্ট, দিওঁ শুন পাপৰ মোচন।
হুইবে যেতিয়া ৰণ কুৰু-পাণ্ডৱৰ
হবি তই শাপমুক্ত পৰি সমৰত।
পুনশ্চ আহিবি এই অতি মনোৰম
সকল সুখৰ ঠাই চন্দ্ৰৰ লোকক।"
হেৰা দেৱি সুলোচনা কমলআননি!
শুনা শাপ অলঙ্ঘ্য যি অব্যৰ্থ জগতে
খণ্ডিবেক ইবেলাত পাপৰ মোচনে।
অভিমন্যু চন্দ্ৰৰূপী পৰিহৰি দেহ
কৰিব গমন কালি আপোন লোকক।
মম শক্তি অবিহনে মম জাত ক্ৰোধে
সাধিব পূৰ্ব্বৰ বিধি দৈৱবান্ধনীৰ।"
এই ৰূপে দুইজন সিংহৰবাহিনী
ভগৱতী জগদম্বা কমলআসনী
ৰতন প্ৰতিমা দেৱী কৈলাস শিৰত
কৰিলা মধুৰালাপ অমৃত বৰষি।
মায়ে-জীয়ে দুইজনে ৰহিলা হৰিষে।

অশোকৰ বনে যেন ৰামৰ ঘৈনী
ভোগিলা বিষম শোক, আজি নিজ ঘৰে
স্বামীধন মগনীয়া আৰ্জ্জুনীৰ প্ৰিয়া

নেপাইলা সুখ-শান্তি। কৰি চাটিফুটি
সুঁৱৰিয়া প্ৰাণনাথ, পাটী উপৰত
দুঃখেৰে বহিলা উঠি। ক্ষণেক স্তম্ভিয়া
মাতিলা সখীক তেওঁ। ত্বৰিতে তৈখানে
আহিলেক দেখি তাঙ্ক সম্বোধিয়া ক'লা :
"যি তাপে পুৰিছে আজি সখি! ই বেলাত
কোমল হৃদয় মোৰ, বিকলিছে প্ৰাণ,
কেনেকৈ জানিবা তুমি কিৰূপে কৰিম
প্ৰকাশ তোমাৰ আগে! যেন বৈশ্বানৰ
কুমাৰৰ চাক মাজে জ্বলয় সতেজে
সৰ্ব্বক্ষণ কিন্তু তাক নেপায় দেখিব
চাওঁতাসকলে। ভাবি মনে অনুক্ষণ
কৰিছোঁ উপায় এক নুমাব অগনি
জুৰাব তাপিত প্ৰাণ। এতেকতে সখি!
বেগগামী ৰথ এক সজোৱা ত্বৰিতে।
যাওঁ আহাঁ দুয়ো আমি ঘোৰ নিশাকালে
অতল জলধি সম কুৰুক্ষেত্ৰ লাগি
বিচাৰিব মন-মণি।" উত্তৰিলা তাৰা :
"বাৰু সখি ই উপায়! কিন্তু ই সময়
উচিত মানৱ গতি নোহয় কিয়নো
দেৱতাৰ কাল এই।" ক'লা উত্তৰাই :
"নকৰিবা একো ভয় নিশাচৰ পৰা।
সতীত্ব কবচ আছে, তাৰ বিদ্যমানে
নডৰাওঁ কাকো মই। কোনো বিপদেও
নোৱাৰে আমাক ছুব নিচিন্তিবা তাক।"
তাৰা বুদ্ধিমতী অতি। এতেক শুনিয়া
আনিলাগৈ ৰথ এক বিজুলীৰ বেগী,
জনাইলা উত্তৰাক। শুনি ৰঙ্গে সতী

ধাইলা ৰথৰ পানে যি সাজে আছিলা।
হেন দেখি ক'লা তাৰা: "সখি! এই বেশে
নহয় উচিত তব যাবে পতি-কাখে।
হোৱা তুমি ৰাজবালা, ৰাজাৰ বোৱাৰী
কিয় ই সামান্য বেশে যাবা লোক মাজে?
লোৱা তুমি ভূষা, কিনো তোমাৰ অভাব
পূজে যাক ধনেশ্বৰে লক্ষ্মী বোলে মোৰ।"
হেন মতে কৈ ফিৰালা। দিব্য অলঙ্কাৰ
আনি তাৰা সখী আগে সজালা যতনে।
সৰ্ব্বঅঙ্গে দিলা তেল অতি সুবাসিত
কেশপাশে, হৰ্ষমনে বান্ধে যুগ্মবেণী,
কৃষ্ণবৰ্ণ সৰ্প দুই লৰয় বতাহে
যেন ময়ূৰৰ পাখা। কপালত দিলা
কামসিন্দূৰৰ ফোটা। তাৰ মাজে তিল
বিৰাজিলা কলঙ্কেৰে চান্দ মনোহৰ।
দুচক্ষুৰ ভ্ৰু পাঁতি ৰঞ্জিলা কাজলে
ধনুৰ আকাৰ কৰি, শোভিলা তহিতে
হৰিণ-নয়ন দুই। কামদেৱ আহি
ৰহিলাহা নয়নত ধৰি হাতে তেওঁ
কৃষ্ণ অপ্ৰাজিতা ধনু। দুপাঁতি দশন
ডালিমৰ গুটি যেন বহি শাৰি শাৰি
শোভে দুই লোৰ পোৱাল ওঠৰ মাজে।
ভূষিলা শ্ৰৱণযুগ্ম মকৰকুণ্ডলে,
পিন্ধিলা চিকণ গলে ভাল গল্পতা,
হেমহাৰ মুক্তাহাৰ যোৰহীৰা পতা
প্ৰকাশিল হিয়া কৰি যুগল মাজত,
যেন নদী-জলধাৰা দুই গিৰি মাজে
দূৰ পৰা শোভা পায়। আহা! মনোহৰ

সুবর্ণ সুবর্ণ গায়ে জ্বলে অসংখ্যাত
হীৰা মতি পান্না মুক্তা। পিন্ধিলা হাতত
কঙ্কণ বলয় আৰু অলঙ্কাৰ যত
দশোআঙ্গুলিত পিন্ধে বিচিত্র আঙঠি।
টানিয়া বান্ধিলা সতী কঁকালে কিঙ্কিণী
যেন হিমালয়-শিৰে শোভে জল জল
ত্রিমার্গিনী গঙ্গানদী, ভাটিলা নিতম্ব।
ৰাম ৰম্ভা তৰু সম শোভে দুই উৰু,
ৰঞ্জিলাহা যতনেৰে দুইখানি ভৰি
পদ্মপাহ, আলতাৰে পিন্ধিলা হৰিষে
নেপুৰ উঝান্টি জাপ অতি মনোহৰ।
সুবেশেৰে সজাইলা উত্তৰাক তাৰা
অতি মনোৰমে কহিলা সম্বোধি : "সখি!
যি বেশে শোভিছা তুমি সুন্দৰ শৰীৰ
ভুবন মোহিলা ৰূপে আছোক ধৰাৰ
সৰগৰ সুন্দৰীয়ো মানিব আপুনি
পৰাজয় তব আগে। ইহেন ৰূপেৰে
উৰ্ব্বশীক, মেনকাক, তিলোত্তমা আদি
দিলা আজি তুমি লাজ। ই মোহিনী বেশে
হৰিছাহা মন-মণি পাৰ্থকোঁৱৰৰ।"
এতেক সমাপি তাৰা উত্তৰাক লই
চৰিলাহা ৰথোপৰে পবন সঞ্চাৰে
চলাইলা বেগে ৰথ বিজুলীৰ গতি
কুৰুক্ষেত্র ঠাইলৈকে উতৰিলা তৈতে।
সৈন্যশিবিৰৰ মাজে ঘূৰি চাৰিফালে
জাকে জাকে পৰীয়াই কুৰুক্ষেত্র ঠাই
পাতিয়া আছয় চকী পূৰ্ব্বদুৱাৰত।
ভল্লসেন দলপতি যমৰ কিঙ্কৰ,

পশ্চিমৰ দুৱাৰত আছে বীৰবল,
লই আপোনাৰ বল, ঘোৰ মেঘ প্ৰায়
উত্তৰ দক্ষিণ দ্বাৰে তাৰক দুৰ্দ্দান্ত
বিশাল বদন আৰু বীৰসেন বলী,
সঞ্জমনিপুৰে যেন যমৰ কিঙ্কৰ
লোৰ বাৰি হাতে লই লোহিতলোচন,
থাকে থিয় হুই তৈতে যেন তাল গছ।
ডাকি ক'লা বীৰবলে সকলোৰে আগে:
"কিনো অদভূত আজি চোৱা বীৰ সবে
দুইদিকে দুইচাঁদ প্ৰকাশে আকাশে।
হেৰা এক চাঁদ নভে কৰিছে পয়াণ,
আৰু চাঁদ মোৰ ফালে বেগেৰে আহিছে
যেন বিজুলীৰ গতি। ওলোৱা সকলে
ধৰি ধনুশৰ হাতে, মুষল মুদ্গৰ,
যুদ্ধৰ সজ্জাই। জানো কোনোবা দেৱতা
কোনোবা সাৰথি, কিবা মনে ৰিষ্ট ভাবি
আহিছে সৈন্যৰ মাজে ঘোৰ নিশাকালে
নাশিবলৈ শত্ৰুদল।" উপৰলৈ চাই
বুলিলা সুষেণে পাছে: "বীৰবল ভাই!
ক'তা মই নেদেখোহো বীৰ বেশ একো।
নাৰীৰ নিচিনা যেন ইন্দ্ৰৰ ইন্দ্ৰানী
জ্যোতির্ম্ময় ৰত্ন এটি। কেনে আচৰিত
জ্বলিছে ৰথৰ সমে যেন পূৰ্ণচাঁদ
খহি পৰে ধৰণীত, বাৰু কেনে ৰূপ।"
উত্তৰিলা বীৰবল: "নিশ্চয় বুলিলোঁ
নহয় মানৱী জানো, আপুনি ভৱানী
আহিছে গিৰিজা নিজৰূপে তমো নাশি
সৈন্য ভিতৰলৈ কিম্বা গন্ধৰ্ব্বী অপ্সৰী।

হোৱা সাজ ভালমতে, অস্ত্ৰ আদি লোৱা
যুজিব তেওঁৰ লগে কৰি প্ৰাণপণ
নিশা ৰণে।” সৈন্যপতি আদেশত তাত
সাজিলা কটকদল শঙ্খধ্বনি কৰি।
উঠিলা সবাৰ মাজে শব্দ ঝনঝনি,
বান্ধিলা সবেও মেলি পৰ্ব্বতৰ শাৰী,
কিবা কাল মেঘদল লইলা হাতত।
কোন শাৰী হাতে ঢাল, তীক্ষ্ম তৰোৱাল,
কোন শাৰী শেল, শূল, লোহাৰ মুদ্গৰ,
বীৰমদে মত্ত হুই। আগবাঢ়ি সবে
বাছি বাছি শৰ লই জুৰিলা ধনুত
কটিত বসন বান্ধি। বজালা অনেক
ঢাক, ঢোল, কৰতাল যুদ্ধৰ বাজনা।

হেন সময়তে সতী চাপিয়া ওচৰ
ইঙ্গিত কৰিলা তেওঁ কবলৈ সখীক।
বুলিলা সাৰথি তাৰা ঃ “হেৰা বীৰদল!
দিয়া এৰি বাট সবে। এই দেখা তুমি
মৎস্যৰাজসুতা সতী অভিমন্যুপ্ৰিয়া
তোমাৰ শিবৰ মণি মানস ৰতন
আহিছে পূজিব আজি স্বামীৰ চৰণ
ইটো ঘোৰ নিশাকালে।” শুনি নাম সবে
অহিৰাজ আস্তিকৰ হ’লা নতফণা,
যুৰি দুই কৰ সৈন্যে কৰিলা প্ৰণাম।
আদেশ মাত্ৰকে যেন যমুনাই আজি
বসুদেৱক ভক্তিভাৱে মাজে দিলা বাট,
ৰ’লা এফলীয়া হুই সৈন্য দুইশাৰী।
আৰু তাৰ এশাৰীয়ে অতি ভক্তিভাবে
চলিলা দেখাই বাট, বজাই বাজনা।

হৰ্ষমনে জয়নাদে চলিলা এদল
তেওঁক আগত লই অতি সসম্ভ্ৰমে।
এইৰূপে গৈয়া সতী কতোক্ষণে পালা
শিবিৰক। সুনিৰ্ম্মিত পাটৰ কাপোৰে
কিংখাপেৰে শোভা পায় তৈতে শাৰী শাৰী
মনোহৰ সুশোভন স্বৰ্ণ অলঙ্কাৰ।
পোহৰাই দশদিক দীপমালা জ্বলে
মৰ্ত্ত্যত আকাশ সৃষ্টি নক্ষত্ৰভূষিত
দেখিলে হৰিষে মন। কতো বেলি সতী
পালা গই প্ৰিয়ধন স্বামীৰ সদন।
গদগদ ভাবে তেওঁ চাৰু চৰণত
পৰি সেৱা কৰিলেক। হৰষিত মনে
অভিমন্যু সাদৰিয়া ৰমণী-ৰতন
আলিঙ্গিলা মৰমেৰে, মুখে চুমা দিয়া
প্ৰিয়াৰ হাতত ধৰি সুধিলা তেওঁত:
"প্ৰাণেশ্বৰি! আচম্বিতে কিয় তুমি আজি
আহি সন্তোষিলা প্ৰাণ, কোৱা নিজ শুভ
কিয় তব বিধুমুখ মলিন হইলা
কি দুঃখে দুঃখিনী সতী? তব আগমনে
আজি মোৰ মন ভেটফুল হে সুভগে!
ভাহিলাহা আনন্দত; কিন্তু প্ৰাণেশ্বৰি
হেৰি তব চন্দ্ৰানন যেন ৰাহু-পেটে
মলিন দীপিতিহীন কিবা আবৰিত
মেঘেৰে, হইলো মই অধীৰ অন্তৰ,
আকুল পৰাণ কাঁদে, তোৰ দুঃখে দুঃখী।
সুপ্ৰসন্ন হই মোক কোৱা প্ৰণয়িনি!
কোনে আজি দিলা দুঃখ, কিবা অপমান
বুজিবা বিস্তাৰি সব। যদি সেই জন

আছোক মানুহ থাক হোৱয় দেৱেন্দ্ৰ
কিবা দৈত্য গন্ধৰ্ব্বাদি বধিম পৰাণে।
যদি কোন ইচ্ছা দ্ৰব্য নেপাই যুবতী
হুইলা বিষণ্ণা আজি, বুলিয়ো আমাত
আনি দিম যদি সিটো কুবেৰৰ ধন,
বাসুকিৰ শিৰোমনি, অসাধ্য কি মোৰ!"
উত্তৰিলা উত্তৰাই: "প্ৰাণনাথ প্ৰভো!
সিংহৰ গৃহিনী কোনে পাৰে হিংসিবাক,
দিব অপমান দুঃখ, ধৰণী কি ধৰে
হেন জন গুণমনি জনালো তোমাত।
নাহি মোৰ দ্ৰব্য আশ। তোমাৰ প্ৰসাদে
পাইছোঁ সবাক প্ৰভো ৰাজীবলোচন!
ইচ্ছামতে ইচ্ছাধিক কিন্তু অভাগিনী
পতিধন মগনীয়া চিৰবিৰহিনী
নেহেৰি তোমাৰ মুখ এত কাল লাগি।
শোকানলে এত দিন কৰিলে দাহন,
ই কোমল দেহা মোৰ নেজানা কি প্ৰভো!
যি ভানু দেখিয়া নাথ কমলিনী জীয়ে
ৰ'লা এত দিন ভানু অস্তাচল-চুড়ে
বিৰহ-অগ্নিত ৰাখি মই নলিনীক।
তুমি নিৰ্ম্মমী নাথ! নোৱাৰি ৰহিব
শূন্যঘৰে মনিহীনে ঘোৰ অন্ধকাৰে
আহিলোঁ বিচাৰি ৰত্ন অতল সাগৰে
শত্ৰুৰ মাজক মই। আশা মনে নাথ!
হেৰিব নয়ন ভৰি ই ৰাঙা চৰণ
পলাব মনৰ সাধ, ই কমলযুগ
যাতে বান্ধা ৰৈছোঁ মই, যাক চাই মনে
ৰাখিব বুকৰ মাজে চক্ষুৰে খোজয়

দেখিবলৈ সৰ্ব্বক্ষণ ; কিন্তু দয়াহীন
তুমি কান্ত মোক তুমি বঞ্চায় আশাই।
বিশেষতে প্ৰাণকান্ত একান্ত অধীৰ
কান্দিয়া পৰাণ মোৰ গুণি সৰ্ব্বক্ষণ
গুণমণি তুমি নাথ, ৰহিলা ক্ষেত্ৰত
শত্ৰু আগে। অভাগিনী ভাবোঁ অনুক্ষণ
বিষম কৌৰবী যন্ত্ৰ ; মহা মহাবলী
ধৰয় কোদণ্ড হাতে প্ৰচণ্ড প্ৰতাপে
এই সৰ্ব্বভূতত্ৰাসী কৌৰব-সমৰে।
কিন্তু তুমি চিন্তামণি বয়সে কিশোৰ
সাহসিছা যুজিবলৈ আশঙ্কো বিপদ।"
এইৰূপে সতী ক'লা পতিৰ আগত
নিজ মন দুঃখকথা। দুই ধাৰা লো
বহিল নয়ন পৰা। প্ৰিয়াদুঃখে দুঃখী
সুভদ্ৰানন্দন স্নেহভাব দেখুৱাই
মুচিলা লোতক, ফটিকৰ হাৰ যেন
আপোন হাতেৰে। বুলিলা অৰ্জ্জুনসুতে :
"প্ৰাণেশ্বৰি! নকৰাহা বিৰসবদন
অন্তৰত শোক জ্বালি আমাক লাগিয়া।
নাই চিন্তা মোক প্ৰতি, ইটো অকাৰণ
দুৰ্ভাবনা। ধৰয় কি ধৰা হেন জন
বীৰবৰ মোক ৰণে পাৰয় জিনিব!
কৌৰবৰ বীৰ যত পাবোঁহো অকলে
পৰাজিব মই ৰণে। নেজানাহা তুমি
কত বৰ যোদ্ধা মই শিখিছোঁ যতনে।
পিতা মোৰ ধনঞ্জয় শূৰ মহাবলী
প্ৰতাপে কঁপয় যাৰ তিনিয়ো ভুবন
দেৱ-দৈত্য-নৰ ত্ৰাস। মোমাই গোবিন্দ

সৃষ্টি, স্থিতি অন্তকাৰী। কালৈ ভয় মোৰ?
কোন কালে পৰাজয় নভইলোঁ ৰণে।
আজি ই কাতৰ বাণী, শুনিছোঁ ৰমনী
তোমাৰ মুখত মই, সীতাৰ মুখত
শুনিলা লক্ষ্মণ যেন ৰাম-পৰাভৱ
পঞ্চবটী বনমাজে। কেতিয়া কি সতী
পৰে চন্দ্ৰ খঁহি ধৰা? অসম্ভব সব।”

এইৰূপে অভিমন্যু সুভদ্ৰানন্দন
গৰবৰ বাণীয়েৰে শান্ত্বনা কথাৰে
বৰ্ণিয়া নিজৰ শক্তি, যুদ্ধৰ সামৰ্থ,
বুজাইলা প্ৰেয়সীক, লভালা সুস্থিৰ
সতীৰ অস্থিৰ মনে। তোষিলা তেওঁক
বহু কথা প্ৰসঙ্গেৰে। এইমতে দুয়ো
কৰি হাত ধৰাধৰি শয়ন-শয্যাত
কৰিলা মধুৰালাপ। শিয়ৰিল গাৱ,
নাগৰ-নাগৰী দুয়ো ক্ৰীড়াতে মজিলা,
কৰিলা ধেমালি ৰঙ্গে আনন্দত ভাহি।

হেন সময়ত আহি নিদ্ৰাৱলী দেৱী
মাৰিলেক মন্ত্ৰছিটা দুজনৰ গায়ে,
পৰিলেক ঢলি দুয়ো, কৰি জড়াজড়ি
কুসুম বাগানে যেন পবন বাওৱে
লতায়ে বেৰিয়া গাছ পৰিল ধৰণী
অকস্মাত। এইমতে কৰে নিশি শেষ।

হ’লা বিভাবৰী পুৱা। নিশিনাথ গ’ল
তাৰা দল পাত্ৰ-মিত্ৰ, সভাসদ সনে
অস্তাচল চূড়ালৈকে, হ’লা অদৰ্শন।
লইলা হাতত বাঁহী শ্ৰীবংশীবদনে,

গালা সুললিত গীত, মুৰলী মুখেৰে
আনন্দিলা সৰ্ব্বপ্ৰাণী। পৰোঁতে কাণত
সুমধুৰ বংশীৰাও উত্তৰা সতীৰ
সৰ্ব্বেন্দ্ৰিয় কাণে আনি শুনিলা হৰিষে।
অভিমন্যু-প্ৰণয়িনী হইলা মোহিত
তেতিক্ষণে। ক্ষণ পৰে পতিক কহিলাঃ
"শুনিছা আপুনি প্ৰভো! কি মোহিনী বোল
বংশীয়ে বোলয় আদি, লয় মোৰ মন
ই দেহৰ পৰা কাঢ়ি যেহেন চুম্বক
টানয় দূৰৰ লোহা। হে মধুসুদন!
ধন্য নাম বংশীধাৰী, ধন্য ব্ৰজবালা,
শুনিছিলা চিৰকাল ইহেন মোহন
শ্ৰীবংশীমুখৰ সুধা শ্ৰীবংশীৰ বোল।"
উত্তৰিলা অভিমন্যুঃ "জানা প্ৰণয়িনি!
যি শুনিছা বংশীমুখে গীত সুমধুৰ,
হৈছিল গোপীৰ মন বিমোহিত শুনি।
ইহেন বাজনে সবে দিলা জলাঞ্জলি
লাজ-অপমান ভয়, নোহে আচৰিত।
সুললিত সুমধুৰ মুৰলী-বাজনে
হুই মুগ্ধ পুৰবাসী, কৰিলা প্ৰশংসা
অধৰত বংশীধাৰী। হেন সময়তে
সাগৰত কৰি স্নান বাঙ্গাছি বৰণ
উঠিলাহা দিনমণি অন্ধকাৰ হৰি
বেগী হেৰি ৰবি হৰি কৰিলা পয়ান
অস্তাচল-গিৰিগুহা। সৰোবৰ জলে
বিৰহিনী কমলিনী ভানু-সমাগমে,
অবসানে তমোনিশি, মেলিলা হৰিষে
এশ দলে আবৰিত চকোৰ-নয়ন।

Scanned by TapScanner

সাৰ পাই নিদ্ৰা পৰা বাজনীয়া দলে
বজালা ৰঙ্গিনী বাদ্য, মুৰজ, বাঁশৰী,
জয়ঢাক, নাগবাদি যতেক সুনাদী
নৱবাদ্য। আকৰ্ষিয়া বীৰদল মন
ভহালা তৰঙ্গ ৰঙ্গে, উথলিয়া যেন
পৱনে সাগৰ জল উঠিল তৰঙ্গ।
চাই প্ৰিয়ামুখ পোনে উত্তৰা বিলাসী
উত্তৰাক কব লৈলা: "আহা কি সুন্দৰি!
শুনিছোৱা চিত্তোল্লাসী বাজিছে বাজনা।
মাতয় আমাক এই যুদ্ধৰ কাৰণে
ধৰিবলৈ যুদ্ধ অস্ত্ৰ। নাচিছে পৰাণ
ৰণমদে মত্ত মোৰ। প্ৰকাশি বীৰত্ব
নাশি অৰি ৰণক্ষেত্ৰে আহোঁ গই মই।
দিয়াহা বিদায় মোক যাওঁ সোনকালে
সেনাৰ মাজক মই। দিলোঁ ধনি মন
তোমাৰ লগত বান্ধা, চলিলা কেৱল
কায়া মাত্ৰ সমৰক।" ক'লা উত্তৰাই
"কি বুলিলা প্ৰাণনাথ হিয়াবিদাৰক
ই হেন বজ্ৰৰ বাণী। ধৰিলোঁ তোমাৰ
দুখানি ভৰিত মই। আৰু যেন তুমি
মৰমিয়া অভাগীক এনেকুৱা কথা
নুশুনোৱা মোক নাথ! মাগোঁ এই ভিক্ষা
তোমাৰ চৰণযুগে। কৃপা কৰি প্ৰভো
নেযাবা সমৰে আজি ৰাখিয়ো মিনতি।"
বুলিলা আৰ্জ্জুনী: "হায় জীৱন ঈশ্বৰি!
ইটো ঘোৰ সমৰত হই পাছভৰি
থাকিম ইয়াত সোমে কাপুৰুষ মই!
কি লাজে দেখাম মুখ বীৰদল মাজে

কি বুলিব পিতা মোৰ, জেঠা ধৰ্ম্মৰাজে,
মোমাই শ্ৰীবাসুদেৱে! অনুচিত জানা
লভিয়া জনম ধনি ক্ষত্ৰিয় কুলত
ৰাজাৰ ঘৰত মই মহাৰথী খ্যাত।
কিমতে ইহেন কাজ অধৰ্ম্ম আচাৰ
কৰিবাক পাৰোঁ আজি, দিব ই কলঙ্ক
নিষ্কলঙ্কী চন্দ্ৰবংশে! নহবা শোকাৰ্ত্তা।
প্ৰণয়িনি! অসম্ভৱ কোৱা ইটো মোক।”
এইৰূপে হাত ধৰি অৰ্জ্জুনকোঁৱৰে
কতোমতে বুজাইয়া আদৰি মৰমে
উত্তৰাক আশ্বাসিলা মধুৰ বচনে।
হুইলাহা বিদায় শেষে বীৰ চূড়ামণি
ধাইলা সমৰ পানে। কিন্তু আজি মুখ
নজ্বলিল আৰ্জ্জুনীৰ যেন অন্য দিন।

তাৰা সখী লগে কৰি মৎস্যৰাজসুতা
উঠিলা ৰথৰোপৰে। মলিনবদনা
বহিছে চক্ষুৰ পানী তিয়াই বসন
চিন্তি পতি-চন্দ্ৰানন। ক্ষণকতে তেওঁ
পৰিলা মূৰ্চ্ছিতা ৰথে ভাবি অনুক্ষণ
সুঁৱৰি বিপদ-জাল। অনেক যতনে
বাক্যামৃত কৰি দান বুজাইবৰাই
সৰ্ব্বজ্ঞা সি তাৰা সখী শাস্ত্ৰতো তৎপৰা
কৰিলা সুস্থিৰা তেওঁক। কিন্তু কেতিয়াবা
যি চিত্তে বিৰহানল, হৃদিবিদাৰক
পোৰয় সঘনে যেন দুগুণে দুগুণে।
পাৰয় কি পাহৰিব লভিব সমতা,
শুনি সখী মিষ্ঠবাণী মধুৰ লহৰী।

পাৰে কি নুমাব জুই যেতিয়া লাগয়
সমস্ত অৰণ্য বেৰি নিশাৰ নিয়্নৰে।
বন-পৰা বনৰীয়া চৰাই আনিলে,
সজাত সুমাই থলে দুঃখ-মনে পক্ষী
চাটিফুটি কৰি পৰে আছাড় খাইয়া
পিঁজৰাৰ ভিতৰত। খোজয় ধাইবে
পুনশ্চ বনৰ পোনে, কান্দিয়া অন্তৰে
ঘনে ঘনে চায় যেন বনৰ পানক।
অভিমন্যুপ্রিয়া আজি ৰথত উঠিয়া
ক্ষণেকে মূর্চ্ছিতা সতী, ক্ষণেকে কান্দিলা
চাই কুৰুক্ষেত্র পানে চক্ষুলো পচাৰিঃ
“সখি হেৰা! যি তপন লোহিত বৰণ
উঠিছে পূর্ব্বৰ দিকে, তাপিয়া জগত
উদিছে আমাৰ হিয়া এতাধিক তাপি
শোক-ভানু অভাগীৰ নোৱাৰোঁ সহিবে।”
বুলিলা ৰমণী তাৰাঃ “পৰাণৰ সখি!
জনাও তোমাত মই অনুচিত তব
শুধাংশু বৰণানন গ্রাহিবে অকালে
শোক-ৰাহু গ্রহে সতি।” সচতুৰা তাৰা
দেখাব সুৰম্য স্থান পাহৰাব শোক
লই গ’লা দেশান্তৰে চলাই ৰথক।

**মিলন সর্গ সমাপ্ত**

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ

# কবিতাৰ শৰাই

১। দীপালী
২। পাঞ্চজন্য
৩। মণিমালা
৪। মুকুতামালা
৫। কণুকজুনুক ( শিশু-কবিতা )
৬। মানিকী মধুৰী ( খুহুটীয়া শিশু-কবিতা )
৭। তপোবন
৮। ৰক্তজবা ( গীত )
৯। জয়তু জননী ( গীত )
১০। ঝঙ্কাৰ ( গীত )
১১। মনমাধুৰী ঃ
   ( ক ) পাঞ্চজন্য
   ( খ ) গান্ধী-মালিকা
   ( গ ) সাহিত্য-তীৰ্থ
১২। মধুছন্দা ঃ
   (ক) পূজাধ্বনি
   (খ) বিহুধ্বনি
   (গ) অন্তৰধ্বনি
১৬। ৰাংঢালী ( খুহুটীয়া )

জোনাকী প্ৰকাশ ঃ গুৱাহাটী

